# সংসাৰ-চিত্ৰ

( সামাজিক উপন্যাস )

"To her fair works did nature link
The human Soul that through me ran ;
And much it grieved my heart to think
What man has made of man"

—*Wordsworth*

শ্ৰীচিন্তাহৰণ পাটগিৰি
নবভোগ

চপলা সাহিত্য সদন
পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
পোষ্টবক্স নং ১, শিলং

প্ৰকাশক

শ্ৰীবিভুভূষণ চৌধুৰী

অসমীয়া সাহিত্য মন্দিৰ

পোষ্ট বক্স নং ১, শিলং

পৰিবেশক

চপলা বুক ষ্টল

শিলং, অসম

মুদ্ৰাকৰ

শ্ৰীসৌৰেন্দ্ৰনাথ মিত্ৰ, এম-এ

বোধি প্ৰেছ

৫ শঙ্কৰ ঘোষ লেন,

কলিকতা ৬

প্ৰথম সংস্কৰণ ১৯২১

দ্বিতীয় সংস্কৰণ ডিচেম্বৰ ১৯৫৬

মূল্য—এটকা বাৰ অনা

# অৰ্পণ

স্বৰ্গৰ উৰ্ব্বশী, কিবা শাপগ্ৰস্ত হই
দুৰদৃষ্ট যোগে আহিছিলা মৰতত
দুদিনৰ বাবে।—হইছিল পৰিচয়
পাৰ্থিব জনৰ স'তে ;— হৰিষ অন্তৰে
সাজি ঘৰ খন্তেকীয়া—ধূলি কণিকাৰ—
হাঁহি মুখে কৰিছিলা প্ৰিয় আলাপন।—
ফুলিছিল মৰতত শত পাৰিজাত—
বিনন্দীয়া ফুল নন্দনৰ। কিন্তু শেষে,
নোৱাৰি সহিব তাক কাল-পচোৱাই
নিলে উকৰাই ঘৰ—ধূলি কণিকাৰ।—
শাপ-মুক্ত হলা তুমি ; মিলি গলা সেই
পচোৱাৰ লগতেই ; প্ৰবেশিলা গই
পুনু দিব্য জ্যোতিৰ্ম্ময়ী পুণ্য স্বৰ্গপুৰী।
মৰতত যাক তুমি স্বামী বৰিছিলা,
যি জনক স'পিছিলা দেহ-মন-প্ৰাণ,
যি আছিল জীৱনৰ সৰ্ব্বস্ব তোমাৰ,—
তেওঁৰে মানস-পুত্ৰ সংসাৰ-চিত্ৰক
স্মৃতিৰ অৰথে লোৱা আদৰি কোলাত।

—লিখক

# লিখকৰ মন্তব্য

যি ঘটনা বৰ্ণনা কৰি "সংসাৰ-চিত্ৰ" লিখা হৈছে, তেনে ঘটনা আমাৰ সমাজত ঘটা দেখা যায় ;—সিবোৰৰ সংখ্যা বৰ বেছি নহয় যদিও, নিতান্ত কমো নহয়। এনেকুৱা ঘটনাবোৰ চকুত পৰাৰ ফলত "সংসাৰ-চিত্ৰ"ৰ সৃষ্টি। "সংসাৰ চিত্ৰ"ৰ লিখক হবলৈ যোৱাত আমাৰ কিবা 'object' (উদ্দেশ্য) থাকিলে, পাঠকেই তাক বুজি লব পাৰিব ; আৰু ইয়াত কিবা 'great moral' (মহৎ শিক্ষা) আছে যদি, তাক বাছি উলিওৱাৰ ভাৰো পাঠকৰ ওপৰত। মুঠতে, "সংসাৰ-চিত্ৰৰ" দোষ গুণ পাঠকৰ ৰুচিৰ অনুযায়ী মাত্ৰ।

পুথিখনি যে ভাব, ভাষা আৰু ঘটনাৰ সামঞ্জস্যত নিখুঁত হৈছে তাক কোৱা নাযায়। খুঁটাটো পোন হৈছে নে হলিছে, তাক ইয়াৰ গুৰিত থিয় হৈ কব নোৱাৰি। সেই হেতুকে আশা কৰিলোঁ, ইয়াত কোনো বিষয়ৰ খুঁত ওলালে সহৃদয় পাঠক-পাঠিকা সকলে আমাক সেই খুঁত আঙুলিয়াই দি যেন অনুগৃহিত কৰে।

হাতে-লিখা অৱস্থাতে পুথিখনি পঢ়ি চাই ভুল-ভ্ৰান্তি দেখুৱাই দিয়াৰ বাবে শ্ৰীযুত সত্যনাথ বৰা বি-এল ; মিঃ জে, বৰুৱা বাৰ্-এট্-ল আৰু শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা বি-এল ডাঙৰীয়া কেগৰাকীক আমাৰ আন্তৰিক শলাগ জনোৱা হৈছে।

"সংসাৰ-চিত্ৰ" সম্পৰ্কীয় কামত যি কেইজন বন্ধুৱে সহায়তা কৰিছিল তেওঁলোকৰো শলাগ লোৱা হৈছে। তেওঁলোকৰ ভিতৰত আমাৰ প্ৰিয় বন্ধু শ্ৰীযুত উমেশচন্দ্ৰ চৌধাৰী বি, এছ-চি ডাঙৰীয়াৰ নাম বিশেষৰূপে উল্লেখ যোগ্য। ইতি—

বিজনী<br>বান্ধৱ মজলীয়া ইংৰাজী স্কুল<br>১৮ ডিচেম্বৰ, ১৯২০

শ্ৰীচিন্তাহৰণ পাটগিৰি

# সংসাৰ-চিত্ৰ

## প্ৰথম পৰিচ্ছেদ

"কোকিলীক লগে লই, ভুঞ্জিছ প্ৰণয় তই—
গুচাম সি সুখ তোৰ, বুজিবি তেতিয়া,—
উঘালি মূৰৰ চুলি, গছতলে যুতি পাতি
ধৰিম প্ৰিয়াক তোৰ, বান্ধিম যেতিয়া—
বুজিবি তেতিয়া তই, বিৰহ কেনুৱা ঐ
বুজিব পাৰিবি মই কত পাওঁ দুখ।"

—হিতেশ্বৰ বৰবৰুৱা

খাতৰপৰা আহি নীলকমল ভূঞাই ৰাতি বাবটা বজাত জিলাৰ ঘৰ পালে। ৰেল-গাড়ীখন ষ্টেচন পালে ষ্টেচনত যি এটা হুলস্থূল পৰি যায়, ভূঞাদেও অহামাত্ৰেই ঘৰখনত ঠিক একে হুলস্থূলেই লাগি পৰিল। তেওঁৰ লগত অহা বয়-বস্তুবোৰৰ আৱ্দাৰত থকা লগুৱাবিলাকে বয়-বস্তুবোৰ চম্ভালি ৰাখিবলৈ লাগিল, আৰু বাকীবিলাকে তেওঁৰ আলপৈচান ধৰিলে। তেওঁ ভিতৰলৈ গৈ বৰ ঘৰৰ কাঁথিত বহি জিৰালে; আৰু লগুৱাবোৰে তেওঁক ভৰি-হাত ধুবলৈ যো-যা কৰি দিয়াৰেপৰা চাহ আদি জলপান

যোগাৰালৈকে শুশ্রূষা কৰিলে। তেওঁ সিবিলাকক তেওঁৰ অনুপস্থিতিৰ কালৰ ভিতৰৰ খবৰাখবৰ জানিবলৈ নানা কথা সুধিলে, আৰু সিহঁতেও নানা ৰকমৰ উত্তৰ দিলে। নীলকমলে সকলোবোৰ কথাৰ মাজেদি মন কৰিছিল, এটি কথালৈ ;—তেওঁ আন সময়ত কোনো ঠাইৰপৰা আহিলে, তেওঁৰ ঘৈণীয়েক সুৰুযে নিজে স্বামী-শুশ্রূষাৰ ভাৰ লয় ; এনে কি, তেওঁ নিজ হাতে চাহ আদি জলপান গিৰিয়েকক যোগাইহে সন্তুষ্টি লাভ কৰে। কিন্তু, আজি ইমান সময় হল, সুৰুযে তেওঁৰ আগত ওলোৱা নাই ! সুৰুযৰ পোহৰ নোহোৱাত নীলকমলৰ মুখত আন্ধাৰৰ ছাঁ পৰিল। এই অন্ধকাৰৰ বিৰিঙনিয়ে তেওঁৰ অন্তৰতম প্রদেশকো ভেদ কৰিলে। তেওঁৰ মনত উদ্বিগ্নতাপূর্ণ নানা ভাবৰ উদয় হবলৈ ধৰিলে। এবাৰ তেওঁ ভাবিলে, কিজানি ৰাতি বেচি হোৱাত সুৰুযে শুইছে গৈ ! কিন্তু, সেই অনুমানো ঠিক বুলি তেওঁ ভাবি লব নোৱাৰিলে ; কাৰণ, তেওঁ সেইদিনা ঘৰ পাবহি বুলি সুৰুযলৈ খবৰ পঠিয়াইছিল। তাৰ পিচ মুহূর্ত্ততে তেওঁৰ মনত খেলালে, সুৰুযৰ কোনো অসুখ হৈছে হবলা ! কিন্তু, তাতো তেওঁৰ শান্ত্বনা নাহিল ;—তেওঁ ভাবিলে, "সুৰুযৰ অসুখাদি হলে আন সময়ত পতিমৰ হতুৱাই জলপান আদিৰ যোগাৰ কৰাই দিয়ে, আজিতো পতিমো নাই !" তেতিয়া তেওঁ আকৌ আন প্রকাৰে ভাবিবৰ চেষ্টা কৰিলে।—তেওঁৰ অন্তৰ যেন আৰু বেচি ক'লা হৈ পৰিল।

নীলকমল উঠি ঘৰত সোমাল, আখলত কৰবাত কিবা আছে নেকি, গৈ চালে ; কিন্তু তেওঁৰ আহাৰৰ নিমিত্তে কৰি থোৱা

কোনো বন্দৰস্ত তেওঁৰ চকুত নপৰিল। তেওঁৰ ধাৰণা ক্ৰমে দৃঢ় হৈ যাবলৈ ধৰিলে। তেওঁ গম পালে, যেন সুৰুযৰ প্ৰতি তেওঁৰ স্নেহ ক্ৰমে কমি যোৱাত, ঘৃণাই তাৰ ঠাই পূৰণ কৰি আহিছে। সুৰুযৰ প্ৰতি তেওঁৰ মনত কিছু সন্দেহ উপস্থিত হল।—স্বামীৰ বাক্য উলঙ্ঘা কৰে, ই কি সতী আৰু পতিব্ৰতা স্ত্ৰীৰ ধৰ্ম্ম !

নীলকমলে কিন্তু তেতিয়াও ভাবৰ কোনো স্থিৰ মীমাংসা কৰা নাছিল। তেওঁ বুজিছিল যে, লৰালৰিকৈ কৰা সিদ্ধান্তৰ ভিতৰত অনেক সময়ত ভুল হৈ যায়; আৰু বৰ্ত্তমানে তেওঁ যি বিষয়ৰ সিদ্ধান্ত কৰিব ওলাইছে, তাত যদি শেষত ভুল ওলাব লাগিল, তেন্তে তাৰ ফল বিষময় হৈ উঠিব।—তেওঁৰ সুখৰ সংসাৰ মৰি-শালিত পৰিণত হব। এনেকুৱা ভাবেই নি তেওঁক শোৱা খোঁটালীৰ দুৱাৰ-মুখ পোৱালে। দুৱাৰত আলপমান ঠেলা দিওঁতেই ই মুকলি হল।

খোঁটালীৰ ভিতৰৰ দৃশ্য নীলকমলৰ দৃষ্টি পথত পৰিল। তেওঁৰ অন্তৰৰ জ্বলন্ত অগ্নিত যেন শান্তি-জলৰ ছিটা পৰিল;—মন্ত্ৰ শক্তিৰ প্ৰভাৱত যেন কুপিতা ফণিনী সেও হৈ পৰিল;—উষাৰ জ্যোতিৰ আগত যেন অন্ধকাৰৰ তেজ কমি আহিল; অথবা সুৰুযৰ পোহৰত যেন সকলো ফটফটীয়া হৈ পৰিল। খোঁটালীৰ ভিতৰত লেম্পটো টিমিক-টামাককৈ জ্বলি আছিল। তাৰ পোহৰৰ ৰেখাৰ লগত মিলি নীলকমলৰ দৃষ্টি সুৰুযৰ মুখৰ ওপৰত পৰিল। কিন্তু, ক'তা! নীলকমলে যেনেকুৱা ভাবিছিল, তেনে ভাবৰ ছাঁতো সুৰুযৰ মুখত ফুটি ওলোৱা নেদেখিলে! সুৰুযে

যি চেহেৰাৰে টোপনি গৈছিল, তাক দেখিলে কোনেও অনুমান কৰিব নোৱাৰে যে, সুৰূপৰ মনত সজাগ অৱস্থাত কিবা এটা কুভাবে আশ্ৰয় লৈছিল।

লেম্পৰ টিমিক-টামাক পোহৰত খোঁটালীৰ ভিতৰ ফাল অলপ অলপ পোহৰ হৈ আছিল। নীলকমলে দেখিলে, তেওঁৰ কেচুৱা লৰা বিপিন মাকৰ বুকুৰ মাজত সুখে নিদ্ৰা গৈছে, মাকেও প্ৰফুল্ল মনে টোপনি মাৰিছে। এনেকুৱা অৱস্থাত সুৰূপৰ মুখমণ্ডলত কি যে এক অপৰূপ কান্তিৰ মধুৰতাই খেলা কৰিছিল! নীলকমলে বুজিলে, তেওঁৰ ধাৰণা ভুল হৈছে।—সুৰূপৰ নিচিনা স্ত্ৰীয়ে স্বামীক অৱজ্ঞা কৰাটো অতি অসম্ভৱ। টোপনিত থকা হেতুকে সুৰূপৰ গাৰ কানি-কাপোৰ ঠিক ঠাইৰপৰা পিছলি যোৱাত গোটেই মুখমণ্ডল উদং হৈ আছে; মূৰৰ কাপোৰ কঁচি যোৱাত ক'লা চুলিতাৰিয়ে জেউতি চৰাইছে; বহল কপাল আৰু ৰঙচুৱা গালৰ ওপৰত যিবোৰ চুলি খোপাৰপৰা সুলকি আউলি-মুৱলি হৈ পৰি আছিল, সিবোৰৰ মাজেদি ফুটি ওলোৱা চিক্-চিকীয়া ঘামৰ ওপৰত পোহৰৰ ৰেখা পৰাত, নীলকমলৰ চকুত সেই দৃশ্য আৰু ৰমণীয় হৈ উঠিল। ভৰ টোপনিত উশাহ-নিশাহৰ বেগত নাকৰ পাহি দুটাৰ লগতে নাক-ফুলটোও লৰিব লাগিছে। সুৰূপৰ এনেকুৱা জ্যোতিয়ে নীলকমলৰ আন্ধাৰ অন্তৰ ৰেঙাই তুলিলে। তেওঁৰ আগেয়ে যেনেকুৱা ধাৰণা হৈছিল, সি এতিয়া গঢ় সলালে। তেওঁৰ এতিয়া ভাব হল, সুৰূপ প্ৰকৃততে নিৰ্দ্দোষ; সুৰূপৰ অন্তৰত মল নাই। তেওঁ তেতিয়া বুজিলে যে, তেওঁৰ ঘৰ

পোৱাত পলম হোৱা দেখিয়েই, আদৰৰ সুৰুচিয়ে বোহ পাতি শুই আছে। নীলকমলৰ তেতিয়া সকলো কুভাব দূৰ হল। তেওঁ বিছনাৰ কাষ চাপিল; আৰু সুৰুচিৰ হাত এখন তুলি লৈ আঙুলি কেইটা নিজৰ মুঠিত সুমুৱাই ললে।

সুৰুচিয়ে চমক খাই সাৰ পাই উঠিল। হঠাৎ স্বামীৰ প্ৰতিমূৰ্ত্তি নিজ শয্যাৰ কাষত দেখি অলপ লাজুকীয়া ভাব ধৰি সুৰুচিয়ে থমকি থাকিল। শেষত বিছনাৰপৰা উঠি যাবলৈ খোজোঁতে, নীলকমলে হাতত ধৰি ৰাখি মাত লগালে,—"সুৰুচি!"

সুৰুচিৰ তেতিয়া লাজুকীয়া ভাব আৰু অলপ বেচি হল। তাৰ গম পোৱা মাত্ৰেই সুৰুচিয়ে সেই ভাবক পৰাস্ত কৰিবলৈ মাত লগাই উঠিল,—"ইমান ৰাতি কৰিলে কিয়? খোৱাবোৱাওতো একো হোৱা নাই হবলা! ভোকত কষ্ট পাইছে; মই খোৱাৰ যো-যা কৰোঁ গৈ।" এই বুলি যাবলৈ চেষ্টা কৰিলে। নীলকমলে ষাৰ নিদিয়াৰ ভাব দেখুৱাই কলে,—"মই খাই আহিছোঁ সুৰুচি! ইমান ৰাতি আৰু ৰন্ধা-বঢ়া কৰিবৰ দৰকাৰ নাই;—তুমি বৰ কষ্ট পাবা, শুই থাকা।"

সুৰুচি—আপোনাৰ মুখখন দেখিয়েই মই বুজিব পাৰিছোঁ, আপুনি একো খোৱা নাই। দুমুঠি চাউল সিজাওঁতে আপোনাৰ কষ্টতকৈ মোৰ কষ্টহে বেচি হবনে? আপুনি অলপ ভাগৰ শঁতাওক, এতিয়াই মই আহাৰৰ যোগাৰ কৰিম।

সুৰুচিয়ে গিৰিয়েকৰ চিঠি পাইছিল। কিন্তু, ঘৰ পোৱাত দৈৱাৎ পলম হলে আহাৰ বেয়া হবৰ ভয়ত, তেওঁ অহালৈকে অপেক্ষা

কৰি থাকি, তেওঁলৈ আহাৰৰ কোনো সুবন্দৰস্ত কৰি খোৱা নাছিল ; আৰু নিজেও একো নাখাই কেতিয়াকৈ তেওঁৰ প্ৰাণৰ গিৰিয়েক আহি পায়, তাৰেই বাট চাই বিছনাত পৰি কেচুৰা লৰা বিপিনক নিচুকাই আছিল। এনেতে কেতিয়া আহি তেওঁক টোপনিয়ে ধৰিলে তাৰ গমকে নাপালে। এনেকুৱা অৱস্থাত থাকোঁতেই নীলকমলে তেওঁৰ কাষ পায়হি।

স্বামীৰ দুখত কাতৰা সূৰুযে আধা ঘণ্টাৰ ভিতৰতে ৰন্ধা-বঢ়া কাম শেষ কৰি খোৱাৰ যোগাৰটো কৰি দিলে। ভূঞাদেও খাবলৈ বহিল ; আৰু তেওঁৰ সহধৰ্ম্মিণীয়ে গিৰিয়েকৰ নিমিত্তে মুহুদিৰ যোগাৰ কৰিবলৈ ওচৰতে বহিল। ঘৈণীয়েকৰ এনেকুৱা শুশ্ৰূষাত নীলকমলে সকলো দুখ-ভাগৰ পাহৰি, অন্তৰত প্ৰকৃত সুখ অনুভৱ কৰিবলৈ ধৰিলে। আদৰৰ মাতেৰে তেওঁ ঘৈণীয়েকক সুধিলে,—"সূৰুয, তুমি আজি একো খোৱা নাছিলা হবলা ! নহলে নো অকলে মোৰ নিমিত্তে ইমান বাতি ৰন্ধা-বঢ়া কৰিলাহেঁতেন নে ?"

সূৰুয—বাৰু, সেইবোৰ ধেমালি এৰক ; আহোঁতে নো ইমান বাতি কৰিলে কিয় ? আঠ বজাতেই দেখোন ঘৰ পাবহি বুলি খবৰ পঠিয়াইছিল।

নীলকমল—এতিয়া কিমান বাজিছে ? আঠ বজা নাইনে ? তুমি দেখোন আঠোটা বজাত মোক খোৱাৰ যোগাৰ কৰি দিলা !

সূৰুযে মিচিকিয়া হাঁহিৰ লগতে কৃত্ৰিম ক্ৰোধ প্ৰকাশ কৰি কৈ উঠিল,—"এঃ ! মই এটা কথা সুধিলেই আপুনি আকৌ পাতল কৰি দিয়ে !"

নীলকমলেও কৃত্ৰিম গাম্ভীৰ্য্য প্ৰকাশ কৰি আকৌ কলে,—“বাৰু, এইবাৰ গধুৰেই কৰিলোঁ।—পতিম ক'ত ?”

সূৰুয—আপুনি আহিব বুলি বাট চাই থাকি, নহা দেখি শুই থাকিল গৈ। কেলেই নো সুধিলে ? পতিমৰ বিয়াৰ বন্দৱস্ত কৰি আহিল নে কি ?

নীলকমল—তেন্তে নো কি বাবে পলম কৰিলোঁ বুলি ভাবিছা ?

সূৰুযে কথাৰ ভাব বুজি মনে মনে থাকিল।

খোৱা-বোৱা শেষ হওঁতেই ৰাতি দোভাগ ভাটী দিলে। নীলকমলে বিছানাত গৈ শুই পৰিল। সূৰুযেও নিজে আহাৰাদি কৰি শুবলৈ বিছনালৈ গল। মৌ-সনা মাতেৰে ঘৈণীয়েকক বিছনাৰ কাষলৈ মাতি নি নীলকমলে কবলৈ ধৰিলে,—“সূৰুয, মই আহোঁতে আজি আবেলি সময়ত হলধৰ চৌধাৰীক বাটতে লগ পালোঁ। তেওঁ মোৰ পঢ়া সময়ৰ বন্ধু। তেওঁৰ ঘৰ কমলপুৰত। বহু দিনৰ মূৰত তেওঁৰ লগত আজি মোৰ সাক্ষাৎ হল। ৰাস্তাৰ কাষতে তেওঁৰ ঘৰ বুলি কৈ, মোক তেওঁৰ ঘৰলৈ যাবৰ নিমিত্তে এবাৰ অনুৰোধ কৰিলে। অনুৰোধ পেলোৱাটো ঠিক যেন নেদেখি গাৰোৱানক তাতে গাড়ী ৰখাবলৈ কলোঁ; আৰু মই গাড়ীৰপৰা নামি তেওঁলোকৰ ঘৰলৈ গলোঁ। যদিও সিমান অৱস্থাপন্ন লোক নহয়, তথাপি কথায়-বতৰায়, আদৰে-অভ্যৰ্থনায় হলধৰ পঢ়া অৱস্থাত যেনেকুৱা আছিল, এতিয়াও মই তাৰ পৰিবৰ্ত্তন লক্ষ্য কৰিব নোৱাৰিলোঁ।—অৱশ্যে, এদিনৰ ব্যৱহাৰত

মানুহক চিনি তুলিব নোৱাৰি। সি যি হক, তেওঁৰ একমাত্ৰ পুতেক অমূল্যৰ ব্যৱহাৰত মই সন্তুষ্ট হলোঁ। কথা-বতৰাত বহুতো সময় অতিবাহিত হোৱাত মই আহি যেতিয়া গাড়ীত উঠিলোঁ, তেতিয়া মোৰ মনত এটা নতুন ভাবনাই ঠাই ললে।— মই নিজকে নিজে সুধিলোঁ,—"অমূল্যলৈ পতিমক বিয়া দিলে কেনে হয়?" কিন্তু, সেই প্ৰশ্নৰ উত্তৰ দিওঁতা তেতিয়া কোনো নোহোৱাত মই মনে মনে থাকিলোঁ। বাৰু, সুৰঞ্জয়, এই প্ৰস্তাৱ তুমি কেনে দেখা?

সুৰঞ্জয়।—মইনো কি কম! মই যদি আপোনাৰ নিচিনাকৈ ঘৰ-বৰ চাই ফুৰিব পৰা হলোঁহেঁতেন, তেনেহলেহে মোৰ মতামতৰ কোনো মূল্য থাকিলহেঁতেন। মোৰ সেইখিনি ক্ষমতা নাই যেতিয়া আপুনি য'তে ভাল দেখে ত'তে দিয়ক, মোৰ কোনো আপত্তি নাই। মূঠতে, যাতে ছোৱালীৰ ভবিষ্যতে সুখ হয় সেইটোলৈ লক্ষ্য ৰাখিব। লৰাটোৱে লিখা-পঢ়া কিমান শিকিছে?

নীলকমল—এই বেলি বি-এ পৰীক্ষা দিব। যদিও ঘৰৰ অৱস্থা তিমান ভাল নহয়, তথাপি স্বভাৱে-চৰিত্ৰেই লিখাই-পঢ়াই লৰাটোৰ এইখিনি সামৰ্থ্য হব যে, ছোৱালীক কষ্টত নপৰাকৈ ৰাখিব পাৰিব।

সুৰঞ্জয়—পিতাকত বাজে আৰু লৰাটোৰ কোন আছে?

নীলকমল—মাক আছে। লৰাটোৰ তলতীয়া ভনীয়েক এজনীক বিয়া দিছে; আৰু এজনী ঘৰতে আছে, সৰু। মই

সেইটোও দেখিছোঁ, লবাৰ মাক আৰু ভনীয়েকজনী আছে যেতিয়া, ছোৱালীয়ে গৈ প্ৰথমতে কোনো অসুবিধা নাপাব।

সূৰ্য্য—শাহুৰেকৰ লগত থকা বোৱাৰীৰ বহুতো শিক্ষা হয় সঁচা; কিন্তু, আমাৰ হৈছে নগৰীয়া ছোৱালী, গাৱঁৰ তিৰোতা সমাজৰ লগত ৰীতি-নীতিৰ সামঞ্জস্য ৰাখি চলিবলৈ ছোৱালীয়ে বৰ টান পাব।

নীলকমল—ছোৱালী যে চিৰকাললৈ গাৱঁত শহুৰ-শাহুৰেকৰ লগত থাকিব তেনেতো নহয়। বি-এ পাছ কৰা মানুহ এজনৰ নিমিত্তে ঘৰত চাকৰি নাথাকে, চহৰ-বজাৰতেহে। আৰু তেনেহলে "য'তে ৰাম, ত'তে অযোধ্যা"; লৰা য'ত ছোৱালীও তাতে। সেয়ে হলে, ছোৱালীয়ে কোনো কষ্ট নাপাব।

সূৰ্য্য—তেনেহলে আপুনি হলধৰ চৌধাৰীলৈ এখন চিঠি লিখি তেওঁলোকৰ মতামতটো আনক। লাহে লাহেকৈ ছোৱালীৰ বয়স হৈ আহিল। ইমান দিন ৰাখিলোঁ, এতিয়া 'মানুহ' হলেই তো আৰু উলিয়াই দিব লাগিব।—বিধাতা পুৰুষেহে জানে ছোৱালীৰ অদৃষ্টত কি লিখিছে!

পাচদিনাখন নীলকমলে পতিমৰ বিয়া সম্বন্ধে হলধৰ চৌধাৰী-লৈ চিঠি লিখিবলৈ স্বীকাৰ কৰি নিটাল মাৰিলে। সূৰ্য্যেও শুই থাকিল। উভয়ে নিশা দেবীৰ কোলাত সুপ্ত হল। ভূঞাদেও আহি পোৱাৰ সময়ত হোৱা সকলো সাৰ-শব্দ এতিয়া ৰাতিৰ নিস্তব্ধতাৰ লগত মিলি গল।

---

# দ্বিতীয় পৰিচ্ছেদ

"...................................I mourn the pride
And av'rice that make man a wolf to man."
—Cowper

গুৱাহাটী নগৰৰপৰা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি 'নৰ্থ ট্ৰাঙ্ক ৰোড' নামে যিটো ৰাস্তা নামনি অসামৰ সিমূৰ পাইছেগৈ তাৰ কাষতে যে আমাৰ আখ্যানোল্লিখিত প্ৰসিদ্ধ কমলপুৰ, তাৰ পৰিচয় পাঠকক বিশেষকৈ নিদিলেও চলিব। মুঠতে কব লাগিলে, কমলপুৰ এটা অঞ্চল; ই 'নৰ্থ ট্ৰাঙ্ক ৰোডৰ' দুয়ো কাষেই পৰিছে। এই অঞ্চলত বহুতো আগৰ দিনীয়া ভদ্ৰ আৰু উচ্চ বংশৰ লোকৰ বসতি আছে। এই অঞ্চলৰ পূব সীমাত থকা এখন গাৱঁত আমাৰ পৰিচিত হলধৰ চৌধাৰীৰ ঘৰ। গাৱঁখনৰ নামটো নজনাৰপৰা পাঠকৰ কোনো লোকচান নাইবা অসুবিধা নহব। মুঠতে, এইখিনি জানি ৰাখিলেই হব যে, এই ঠাইৰপৰা গুৱাহাটী নগৰৰ দূৰত্ব প্ৰায় কুৰি মাইল।

চৌধাৰী বুলিলে সকলোৱে বুজি নিয়ে যে, তেওঁৰ কোনো মৌজা আছে; অৰ্থাৎ তেওঁ মৌজাদাৰ। কিন্তু, বৰ্ত্তমান ক্ষেত্ৰত আমাৰ হলধৰ চৌধাৰীকো যদি সেইদৰে বুজে, তেন্তে পাঠকে ভুল কৰিব। তেওঁৰ কোনো মৌজা বা তালুক নাই। তেওঁ কোনো আঢ্যৱন্ত মানুহো নহয়। উচ্চ ইংৰাজী স্কুলৰ তৃতীয়

শ্ৰেণী পাওঁতেই পাৰিবাৰিক বিপদত পৰি তেওঁ শিক্ষাৰ বেদীৰপৰা আঁতৰ হয়। সেই দিনৰপৰাই তেওঁ কোনো চাকৰিত নিযুক্ত নহৈ, যি অলপীয়া পৈতৃক মাটি-ভেঁটি আছিল তাকে চলাই পেট প্ৰবৰ্ত্তাইছিল। আমি যিসময়ৰ কথা কৈছোঁ, সেই সময়ত অলপীয়া লিখা-পঢ়াৰো মূল্য বেচি আছিল। হলধৰে ইচ্ছা কৰিলে কুৰি-পঁচিছ টকাৰ চাকৰি এটাত সহজে সোমাব পাৰিলেহেঁতেন। কিন্তু তেওঁৰ মন পঢ়া অৱস্থাৰপৰাই উচ্চ আছিল। পৰৰ তলত, নাইবা পৰৰ মত মতে কাৰ্য্য কৰাটো তেওঁৰ স্বভাৱৰ বিৰুদ্ধে। কাৰণ, তেওঁ কোনো হীন বংশৰ সন্তান নহয় যে, তেওঁ পৰৰ অধীনত কাম কৰি দুই কথা শুনিব। তেওঁৰ ককাক পাতিদৰঙৰ মৌজাদাৰ আছিল। ককাকৰ মৃত্যুৰ পিচত হলধৰৰ জেঠাকে মৌজা পায়। তেওঁলোক চাৰি ভায়েক। কালক্ৰমত যেতিয়া চাৰিও ভায়েক বিলগ হৈ পৰিল, তেতিয়া হলধৰৰ পিতাকৰ ভাগত যি মাটি-ভেঁটি পৰিল সি কাজেই অলপীয়া। আৰু তেওঁৰ মৃত্যুৰ পিচতে সেইবোৰ পৈতৃক সম্পত্তি হলধৰে চলাব লগাত পৰিল। সেই বাবেই আমি আজি তেওঁক মধ্যবিত্ত শ্ৰেণীত দেখিবলৈ পাইছোঁ।

চৰকাৰী আলিৰপৰা চৌধাৰী ডাঙৰীয়াৰ গাওঁৰ মাজলৈ যিটো গাওঁলীয়া আলি গৈছে, তাৰ বাওঁ হাতে চৰকাৰী আলিৰপৰা কেইটামান দূৰত পশ্চিম ফাললৈ যোৱা এটা সৰু বাট পোৱা যায়। এই বাটৰ দুয়ো দাঁতিয়ে কণ্টক গছৰ ( Hedge plant ) বেৰা। বাটৰ উত্তৰ কাষৰ বেৰাখন মানুহৰ মূৰৰ সমান ওখ, আৰু দক্ষিণৰ খন প্ৰায় এবুকমান ওখ হব। দক্ষিণৰ বেৰাৰ

বাহিৰে এটা সৰু ৰকমৰ পুখুৰী। ইয়াৰ পানী অৱশ্যে সদায় নাথাকে; খৰালি মাহত শুকায়। এই বাটেৰে গৈ থাকিলে এক গৃহস্থৰ চ'ৰা ঘৰৰ চোতাল পোৱা যায়। উত্তৰ ফালৰ বেৰাখন চ'ৰা ঘৰৰ পূব মূৰত লাগিছে গৈ। চোতালখনে পুখুৰীৰ পশ্চিম ফালটো মূৰা-মূৰি হৈ বিয়পি আছে। এই চোতালৰ পশ্চিম কাষে চ'ৰা-ঘৰৰপৰা কিছু দূৰত এটা গোহালি ঘৰ, আৰু চ'ৰা-ঘৰৰ মুখে-মুখে লগা এটি সৰু বাট-ঘৰা। এই ঘৰটো পাৰ হলেই ভিতৰ চোতালত ভৰি পৰে। এই চোতালখনৰ উত্তৰ কাষে দক্ষিণ-মুৱাকৈ বৰ ঘৰটো; ইয়াৰ পশ্চিম মূৰে দক্ষিণ চালৰ পানীপোতাৰপৰা দক্ষিণ ফাললৈ দীঘলীয়া হৈ ঘৰ এটা বাঢ়ি গৈছে, ই ৰান্ধনৰ কাৰ্য্যত ব্যৱহৃত হয়। চোতালৰ পূবৰ কাষত আকৌ উত্তৰা দক্ষিণাকৈ পশ্চিম-দুৱৰীয়া এটা ঘৰ। এই ঘৰটো আটাই কেইটাৰ ভিতৰতে অলপ নতুন ধৰণৰ। ঘৰটো দেখিবলৈ ধুনীয়া, পৰিপাটি; আৰু কেবাখনো খিৰিকী থকাত ভিতৰত সুন্দৰৰূপে বতাহ আৰু পোহৰ সোমাব পাৰে। ঘৰটোৰ মুখতে দক্ষিণ ফালে এখনি সৰু সুন্দৰ শাকনি বাৰী। ই পশ্চিমে চ'ৰা-ঘৰ আৰু দক্ষিণে কণ্টকৰ বেৰাক ৰাখি কিছু পূবলৈ দীঘল হৈ গৈছে। ঘৰটোৰ মুখৰ বেৰাত শাকনিৰ ভিতৰলৈ চাব পৰা এখন খিৰিকী আছে। এই ঘৰটোৰ পূবফালে সৰু সৰু ফলৱন্ত গছৰ বাৰী; এই বোৰক পুখুৰীৰ পাৰৰপৰাই দেখা যায়। পাচ-ফালে কিবা ঘৰ-দুৱাৰ আছে নে নাই, তাক হলে আমি নাজানোঁ; কাৰণ, সেই ফাললৈ আমাৰ "প্ৰবেশ নিষেধ।"

এই ঘৰখন যে আমাৰ হলধৰ চৌধাৰীৰ তাক নোকোৱাকৈয়ে সভ্রৰ পাঠকে বুজি পাইছে। পূবফালে থকা ঘৰটো অমূল্যৰ ব্যৱহাৰত লাগে। তেওঁ ঘৰলৈ আহিলে এই ঘৰতে থাকে আৰু পঢ়া-শুনা কৰে।

চৌধাৰী ডাঙৰীয়া কেনেকুৱা প্ৰকৃতিৰ মানুহ তাৰো আগেয়ে অলপ আভাস দিয়া হৈছে। তেওঁ তেওঁৰ নিজ ঘৰত নাইবা গাৱঁলীয়া সমাজত প্ৰচলিত যিবোৰ ৰীতি-নীতি দেখি আহিছিল, সেইবোৰৰ কিছুমান পৰিবৰ্ত্তনীয় হলেও তাক পৈতৃক বুলি তেওঁ এৰি দিয়া নাছিল। মুঠতে, তেওঁ যে কিছুমান বিষয়ত নিজৰ জাতীয়ত্ব বজায় ৰাখিছিল সেইবাবে তেওঁ সকলোৰে ওচৰত শলাগৰ পাত্ৰ। তেওঁৰ ঘৰত শিপিনী-বিদ্যাৰ চৰ্চ্চা তেওঁ নিখুঁতকৈ ৰাখিছিল। পলু-পোহা, সূতা-কটা, কাপোৰ-বোৱা ইত্যাদি কামেই তেওঁৰ ঘৰৰ তিৰোতা সমাজত উচ্চস্থান লাভ কৰিছিল। —তেওঁৰ ঘৰৰ ব্যৱহাৰ্য্য প্ৰায় সকলো কানি-কাপোৰ তেওঁৰ ঘৰতে তৈয়াৰ হৈছিল।

ৰজা-জমিদাৰ সকলৰ একোটা মন্ত্ৰণা-ভৱন অৰ্থাৎ মেল-চ'ৰা থাকে। তাত কোনো জটিল নাইবা গোপনীয় কথাৰ আলোচনা হয়। আমাৰ চৌধাৰী ডাঙৰীয়াৰ তেনেকুৱা বেলেগ কোনো মন্ত্ৰণা-ভৱন নাই ;—ৰাতি খোৱা-বোৱা হোৱাৰ পিচত জাৰ কালি হলে জুহালৰ কাষত, আৰু জহ কালি হলে চোতালতে মন্ত্ৰণা-ভৱনৰ কাৰ্য্য চলে।

জাৰকালিৰ এদিন ৰাতি খোৱা-বোৱা হোৱাত হলধৰে

জুহালৰ কাষত বহি জুই পুৰাইছে; তেওঁৰ স্ত্ৰী শীতলাই জুই পুৰোৱাৰ লগতে বহি সূতা কাটিব লাগিছে; আৰু সৰু জীয়েক সুশীলাই পিতাক-মাকৰ নিমিত্তে তামোল কাটিছে। শীতলাই নিস্তব্ধতা ভঙ্গ কৰি কৈ উঠিল,—"আজি কেবা দিনো হল, অমূল্যৰ কোনো খবৰ-বাতৰি নাহিল। কিজানি তাৰ কোনো অসুখেই হৈছে! কালিলৈ তালৈ এখন চিঠি দিয়ক।"

হলধৰ—চিঠি অৱশ্যে দিব পাৰিম। কিন্তু, তাৰ কোনো অসুখ হোৱা নাই। তাৰ পৰীক্ষাৰ নিমিত্তে পঢ়াৰ হেঁচা আজি কালি বেচি হৈ উঠিছে। সেইদেখি বৰ আৱশ্যক নহলে আজি কালি সি চিঠি নেলেখে।

শীতলা—গোসাঁয়ে তাক পৰীক্ষাত পাছ কৰি আনক! কিন্তু, আপোনাৰ কোনো উম-ঘামেই নাই, তাৰ বিয়াৰ সোনকালে এটা বন্দৱস্ত কৰিব লাগে। পৰীক্ষা দি আহিলেই যেন বিয়াখন পাতিব পাৰি তাৰ চেষ্টা কৰক।

হলধৰ—অমূল্যৰ বিয়াৰ নিমিত্তে ইমান ব্যস্ত হব নালাগে। যেতিয়া বিবাহৰ নিবন্ধন মিলিব, তেতিয়া আপোনা-আপুনিয়েই সি হৈ যাব। আমি চেষ্টা কৰাৰ বাবেহে বিয়াখন সোনকালে হবনে?

শীতলা—সেইটো সঁচা। কিন্তু, বিয়াৰ আগেয়ে ছোৱালী মনোনীত কৰাটোহে ডাঙৰ কাম। সাপে-বেঙে এটা ঘৰ সোমাই থব লাগিলে, সি এদিনতে হৈ উঠিব পাৰে। কিন্তু, তেনেতো নহয়।—বৰৰ সদৃশ কইনা নহলে সেই বিয়াৰ পৰিণাম ভাল নহয়।

মই হলে অমূল্যৰ নিমিত্তে ডাঙৰ মানুহৰ ঘৰৰ লেখা-পঢ়া জনা ছোৱালীহে বিচাৰিম।

হলধৰ—তাৰ নিমিত্তে তাৰ সদৃশ ছোৱালী আপোনা-আপুনিয়েই মিলিব। আমাৰ ওচৰে-পাজৰে অনেকেই অমূল্যলৈ ছোৱালী দিবৰ প্ৰস্তাৱ কৰে; কিন্তু, তাৰ নিচিনা বৰলৈ সিবিলাকৰ চহা ছোৱালী একোজনী যাঁচিবলৈও যে সিবিলাকে লাজ নাপায়, তাকে ভাবি মই মনে মনে হাঁহোঁ। নগৰীয়া ডাঙৰ মানুহ কোনো কোনোৱেও ছোৱালী দিবলৈ প্ৰস্তাৱ কৰে; কিন্তু, মই হলে এতিয়াও কাকো একো সিদ্ধান্ত কৰি দিয়া নাই। অৱশ্যে এই বিলাকৰ কোনো এঘৰতেই সিদ্ধান্ত কৰিব লাগিব।

শীতলা—নগৰৰ নো কোনে কোনে ছোৱালী দিবলৈ প্ৰস্তাৱ কৰে?—এই বিষয়ে আপুনি দেখোন মোক কোনো দিনো কোনো কথা কোৱা নাই!

হলধৰ—মই নিজে নিজেই এইবোৰ কথা আলচ কৰি আহিছোঁ। শেষত নীলকমল ভূঞাৰ ঘৰতেই বিয়াৰ সম্মতি জনাম বুলি সিদ্ধান্ত কৰিছোঁ। তেওঁ সিদিনাখন আমাৰ ঘৰলৈও আহি গৈছে; আৰু তাৰ পিচতে তেওঁ মোলৈ বিয়াৰ প্ৰস্তাৱ জনাই এখন চিঠিও লিখিছে। চিঠিখনৰ উত্তৰ অৱশ্যে মই দিছোঁ; কিন্তু, শেষ সিদ্ধান্ত একো জনোৱা নাই। তেওঁৰ ঘৰত হলে মোৰ পছন্দ হয়। তেওঁ নিজেই হাকিমৰ সমান উকীল এজন; ছোৱালীজনীও যিমানদূৰ সম্ভৱ বেয়া নহয়,—লিখা-পঢ়াও আৱশ্যকীয় খিনি জানে। ইপিনে লগতো অলঙ্কাৰে-পাতিয়ে

অনেক দি খৰচ কৰি বিয়া দিব ;—আমাৰ পিনৰ খৰচ কৰিবলৈও মাত্তি হব। এইবোৰ কাৰণেহে মই ইয়াতেই সম্মতি দিবলৈ থিৰ কৰিছোঁ। আন কেইঘৰত এই সকলোবোৰ সৰ্ত্ত একেলগে পোৱা নাযায়।

শীতলা—তেনেহলে মোৰো তাত কোনো আপত্তি নাই। কিন্তু, ছোৱালীজনী কেনেকুৱা, আমাৰ মানুহ পঠিয়াই চোৱাব লাগে।

হলধৰ—ছোৱালী চোৱাৰ কোনো আৱশ্যক নাই। ছোৱালী বেয়া হলেনো ইমান টকা-কৰি খৰচ কৰি দিবলৈ আগ বাঢ়িল-হেঁতেন নে? আৰু যদিবা ছোৱালী বেয়া হয়, আৰুনো এজনী বিয়া কৰাব পৰা নাযাবনে?—অমূল্যলৈ ছোৱালীৰ আকাল নালাগে।

শীতলা—সেইদৰেই যদি আপুনি সিদ্ধান্ত কৰিছে, তেন্তে তেওঁলৈ লিখি পঠিয়াওক, সোনকালে যাতে বিয়াখন হৈ যায় তাৰ বন্দবস্ত হব লাগে!—ব'হাগৰ ভিতৰতে হৈ গলে ভাল হয়।

দুই এদিন পিচতেই চিঠি লিখিব বুলি হলধৰে কলে; আৰু ৰাতি হোৱা বুলি বিছনাত গৈ শুই থাকিল। কিছু সময়ৰ পিচত মাক-জীয়েকেও শুলে গৈ। সেই দিনাৰ নিমিত্তে মন্ত্ৰণা-ভৱনৰ কাম শেষ হল।

## তৃতীয় পৰিচ্ছেদ

"কোনে সেই মাধুৰিত দিলে ছটিয়াই
আবেগৰ কথা ?
ক'ৰ পৰা হৃদয়ত হল উতপন
মিলন বাসনা ?"
— সূৰ্য্যকুমাৰ ভূঞা

ভোগালী মাঘবিহুৰ দ্বিতীয় দিন। বশিষ্ঠাশ্ৰমত আজি যাত্ৰীৰ বৰ ভিৰ পৰিছে। মন্দিৰৰ সমুখৰ গছ-তলত ঘোঁৰা-গাড়ীবোৰ ৰৈ আছে। গুৱাহাটী নগৰৰপৰা এই আশ্ৰম কিছু দূৰ হোৱাত নগৰৰ সমৰ্থ যাত্ৰীবিলাকে ঘোঁৰা-গাড়ীৰে ইয়ালৈ আহে; আৰু তেওঁলোকৰ কাম শেষ নোহোৱালৈকে গাড়ী-বোৰ তাতে ৰৈ থাকে।

মন্দিৰৰ পশ্চিম ফালক এৰি আন তিনিও ফাল এখন পকী দেৱালেৰে ঘেৰা। দেৱালৰ দুৱাৰ-মুখ অতিক্ৰম কৰি ভিতৰ সোমালেই পূবা-পশ্চিমাকৈ থকা টিনৰ পূজাঘৰ, আৰু তাৰ পশ্চিম মূৰত লাগি থকা মঠটো চকুত পৰে। এই পূজাঘৰটোৰ পূব মূৰে উত্তৰা-দক্ষিণাকৈ আকৌ আন এটা টিনৰ ঘৰ গড়ৰ ভিতৰতে আছে; ইয়াত দেৱালয়ৰ বাচন-বৰ্ত্তন আৰু আন জিনিচবোৰ থাকে। পূজাঘৰটোৰ সমান্তৰাল হৈ দক্ষিণ ফালে

গড়ৰ ভিতৰতে আন এটা সৰু খেৰৰ ঘৰ আছে ; তাত আঠ-পৰীয়া আৰু পুৰোহিতসকল থাকে। গড়ৰ ভিতৰত মঠৰ গুৰিয়েদি গৈ পশ্চিম ফালে ওলালে যি দৃশ্য চকুত পৰে তাক কৰিব কাপেহে সুন্দৰৰূপে বৰ্ণনা কৰিব পাৰে।

ভৰলু নৈ খাচিয়া পাহাড়ৰ কোনো ঠাইৰপৰা ওলাই আহি এই ঠায়েদি বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছে। এই ঠাইত নৈখন শিলৰ ওপৰেদি বাগৰিছে। উজনিৰপৰা বৈ আহি যিখিনিত ই মন্দিৰৰ উত্তৰফালে থকা গড়ৰ মূৰ পাইছে, তাতে ই বেলেগ বেলেগ তিনি সুঁতিত বিভক্ত হৈছে। ইয়াৰপৰা বৈ গৈ চাৰি টাঁৰমানৰ মূৰত মঠৰপৰা অলপমান ভটীয়নিত আকৌ মিলিছে। এই মিলনৰ ঠাই ডোখৰ দ,—কুণ্ডৰ নিচিনা। ইয়াত পানী সদায় প্ৰায় কঁকাললৈকে থাকে। ইয়াৰ মাজত থকা এটা শিলত বহি বশিষ্ঠ মুনিয়ে স্নান কৰিছিল। এতিয়া এই কুণ্ডতে যাত্ৰীবিলাকে স্নান কৰে। এই পানী আকৌ দুই সুঁতি হৈ দুয়ো কাষেদি বৈ গৈ জলপ্ৰপাতৰ নিচিনা হৈ তলত পৰিছে। এই সুঁতি দুটাৰ মাজতে এটা প্ৰকাণ্ড শিল আছে। এইখিনিত শিলৰ ওপৰেদি বৈ যোৱা পানীৰ যি ৰৌ-ৰৌৱনি শব্দ উঠে তাক প্ৰায় এমাইল দূৰৰপৰা শুনিবলৈ পোৱা যায়। বাস্তৱিকতে, ঠাইখিনিত সোমালেই সংসাৰৰ বাহিৰৰ কোনো ঐশ্বৰিক স্থানত সোমোৱা যেন লাগে। এই ঠাইৰ কি যে এক শক্তি আছে, ই মানুহৰ মনক এক অৱস্থাৰপৰা আন অৱস্থালৈ লৈ যায়। চিন্তাশীল প্ৰাণীয়ে এই ঠাইলৈ আহিলে চিন্তাৰ স্ৰোতত নপৰাকৈ নাথাকে।

মন্দিৰক আগুৰি থকা গড়ৰ বাহিৰে উত্তৰ ফালে এটা টিনৰ সুন্দৰ ঘৰ আছে। এই ঘৰ মহিলা যাত্ৰী জিৰোৱাৰ নিমিত্তে।

আশ্ৰমখন নগৰৰপৰা দূৰত থকা বাবেই হক, নাইবা আন কোনো কাৰণেই হক, ইয়ালৈ ...ৰা যাত্ৰীবিলাকে তাত কোনো কিছু নোখোৱাকৈ নাহে। কোনোৱে বজাৰৰপৰা মিঠৈ আদি কিনি নি তাতে স্নান কৰি উঠি খায়; আৰু কোনোৱে তাতেই শিলৰ ওপৰত ভাত ৰান্ধি খায়। বশিষ্ঠাশ্ৰমলৈ যোৱাটো যেনেকুৱা পুণ্য কাৰ্য্য, সেইদৰে ই আমোদৰ বিষয়ো।

এই ঠাই চাৰিওপিনে গছ-গছনি আৰু পৰ্ব্বতেৰে আগুৰা থকাত অকল দুপৰীয়াহে বেলিৰ পোহৰ কিছু সময় পোৱা যায়।

মন্দিৰৰ উত্তৰফালে থকা দেৱালৰ মূৰৰ ওচৰতে পানীৰ মুৰলিত এটা ডাঙৰ শিল আছে। এই ঠাইখিনি কিছু আওহতীয়া; আৰু বিশেষকৈ, যেতিয়া তাৰ ওচৰৰ ঘৰটোত কোনো মহিলা-যাত্ৰী থাকে, তেতিয়া সেই ফালে আন পুৰুষ মানুহ কমেই যাতায়াত কৰে।

বেলি তেতিয়া প্ৰায় এঘাবটা। নৈখনৰ সিপাৰৰপৰা ক্ৰমে ওপৰলৈ উঠি যোৱা সন্ধ্যাচল পৰ্ব্বতৰ টিঙৰ ওচৰলৈ বেলি আহিব ধৰিছে; আশ্ৰমৰ সকলো ঠাইতে সেই সময়ত ৰদ উঠিছে। এনেই জাৰৰ দিন, মাঘ মাহ; আৰু তাতে বেলিৰ পোহৰ পৰিছে গছ-গছনিৰ মাজেদি। কাজেই ৰদৰ তাপ উগ্ৰ হোৱা নাই। কুঁৱলী, মেঘ ইত্যাদি আঁতৰি যোৱাত, আকাশখন সুন্দৰ নীল হৈ উঠিছে; তাৰ লগতে আৰু তলত সেউজীয়া গছৰ প্ৰাকৃতিক শোভা!

এনে অৱস্থাত দেখা গল, এজনী ছোৱালীয়ে এই শিলটোৰ গাত আঁউজি তলৰ সৰু শিল এটাৰ ওপৰত বহি আছে। আৰু বাওঁহাতৰ ওপৰত বাওঁ ফালৰ গালখন ৰাখি সমুখতে পশ্চিমফালে থকা গছৰ সেউজীয়া বৰণ আৰু আকাশৰ নীল ৰং যি ঠাইত লগ লাগিছে, তাৰ পিনে একেঠৰে চাই আছে। কম বয়সীয়া লৰা-ছোৱালীৰ পক্ষে বশিষ্ঠাশ্ৰমলৈ অহাটো এটা আমোদৰ বিষয় হে। তেনেস্থলত এই ছোৱালীজনীয়ে একেভাৱে, এক অৱস্থাত, একেঠৰে, এক ফাললৈ চাই আছে! ৰূপতো ছোৱালীজনী অসামান্যা; সাজ-পাৰলৈ চালে ভদ্ৰলোকৰ ঘৰৰ ছোৱালী যেন বোধ হয়;—ইপিনে, বয়সো বাৰ-তেৰ। অৱস্থা, সাজ-পাৰ, সময়, আৰু স্থানলৈ লক্ষ্য কৰিলে ভাব হয়,—কিজানি এৱেঁই প্ৰাকৃতিক শোভাৰ ৰাণী প্ৰকৃতি সুন্দৰী! নীৰলে ইয়াতে বহি ভাবিব লাগিছে, আৰু কি কৰিলে নো এই প্ৰাকৃতিক সৌন্দৰ্য্যৰ এক কলা বৃদ্ধি হব। ছোৱালীৰ মুখৰ চেহেৰা দেখিলে বুজা যায়, কিবা এক গভীৰ সমস্যা পূৰণৰ চেষ্টাত চিন্তাযুক্ত।

ছোৱালীয়ে এইদৰে বহি থকাৰ আধাঘণ্টামানৰ পিচতে এজনী মূৰত ওৰণি নোহোৱা, আধা বয়সীয়া তিৰোতাই আহি মাত লগালে,—"আইকণ, তুমি ইয়াত বহি আছা, সিপিনে পিতাৰাই তোমাৰ বিচাৰ লগাইছে; আৰু খাবৰো হল। আহাঁ, উঠি আহাঁ, যাওঁগৈ; ইয়াত নো এনেকৈ মন মাৰি অকলে বহি থাকিবলৈ লাগিছে কেলেই?"

ছোৱালীয়ে মাত লগালে,—"লঘনী বাই, আজি ৰাতি-

পুৰাৰেপৰা মোৰ মনটো ভাল লগা নাই। মোৰ মনত আজি আনন্দ ভাব সমূলি নাইকীয়া হৈছে। আজি হঠাৎ মই অনুভৱ কৰিবলৈ ধৰিছোঁ, মোৰ যেন কিবা-কিছু নাই! ঘৰৰ সকলোবোৰ ইয়ালৈ আহিল বুলিহে ময়ো আহিব লগাত পৰিলোঁ; নহলে, মোৰ আহিবলৈকে সমূলি ইচ্ছা নাছিল। এতিয়া ইয়াত আকৌ মোৰ মনত নানা ৰকমৰ ভাব সোমাই মোক উদ্বিগ্ন কৰি তুলিছে।"

লঘনীয়ে উপলুঙা কৰি কৈ উঠিল,—"উদ্বিগ্ন নহবা, বিয়ালৈ বেচি দিন নাই।" ছোৱালীয়ে অলপ লজ্জিত হল; আৰু খং-মূৰাকৈ উত্তৰ দিলে,—"তেনেহলে মই তোৰ লগত কথাকে নকম।"

লঘনী—নহয় অহিকণ, বেজাৰ নাপাবা, মই ঠিক কথাকে কৈছোঁ; তোমাৰ বিয়াৰ আন্দোলন চলিছে। কিন্তু, কাৰ লগত হয় তাৰ হলে কোনো মীমাংসা হোৱা নাই। ইপিনে, বিয়াখন যে অলপতে হব, সেইটো ঠিক।

ছোৱালী—বাই, তই মোক আৰু বেচিহে উদ্বিগ্ন কৰিলি!

লঘনী - কি হল আইকণ? ভাঙি কোৱাঁচোন!

ছোৱালী—কিনো কম বাই, আমাক ঈশ্বৰে এনেকুৱাকৈ স্ৰজন কৰিলে যে, আমি সকলো অৱস্থাতে পুৰুষৰ অধীন। আমি আমাৰ নিজৰ মতামত কিম্বা অভিৰুচি প্ৰকাশ কৰিব নাপাওঁ; নাইবা প্ৰকাশ কৰিলেও তাৰ মূল্য নাই।—এয়েই বৰ্ত্তমানে মোৰ চিন্তাৰ বিষয় হৈ পৰিছে।

লঘনী—বুজিছোঁ আইকণ, তোমাৰ মনৰ ভাব। কিন্তু,

উপায় কি ? আমি পৰাধীন যেতিয়া, আনে যাকেই আমাৰ উপযুক্ত স্বামী বিবেচনা কৰে, তাতেই আমিও সন্তুষ্ট থকা যুগুত।

ছোৱালী—আমাৰ নিজৰ একো হাত নাই যেতিয়া তাৰ বিৰুদ্ধে কোনো কাম কৰিব নোৱাৰোঁ সঁচা। কিন্তু, বেলেগ বেলেগ ফাললৈ বৈ যোৱা সোঁত দুটা কেতিয়াবা লগ লাগিব পাৰে নে? সিহঁতে বেলেগ বেলেগ ঠায়েদি সমুদ্ৰত পৰিব; কিন্তু, সমুদ্ৰত লীন হোৱাৰ আগেয়ে সিহঁতৰ মিলন অতি অসম্ভৱ! মানুহৰ অন্তৰৰূপী প্ৰবাহো ঠিক এনেকুৱা নহৈ নাথাকে।

লঘনী—তেন্তে সংসাৰত যে মানুহে নানা ৰকম অসুখ-অশান্তি, দুখ-যন্ত্ৰণা ভোগে, কিহৰ বাবে?—মই যে তোমালোকৰ ঘৰত চাকৰি খাটি কাল নিয়াব লাগিছোঁ, ইয়াৰ নো কাৰণ কি বুলি ভাবা?

ছোৱালী—তেনেহলে মানুহে নিজেই হে নিজৰ দুখ-দুৰ্গতি চপাই অনা হল!

লঘনী—সেইটো পুৰুষে ভাবি চালে হে। আমি পৰাধীন যেতিয়া আমাৰ তো বুজাবৰ স্বত্ব নাই।

ছোৱালী—সি যি হক বাই, মোৰ অন্তৰ কিন্তু যিপিনলৈ ঢাল খাইছে, সিপিনৰপৰা ঘূৰি ই আনপিনে যাব বুলি মোৰ মনে নধৰে। যোৱা ৰাতি মই এক সমাজিক দেখিলোঁ।—মই যেন ঘৰৰপৰা ওলাই গৈছোঁ। যাওঁতে যাওঁতে এঠাইত অলেখ মানুহ মোৰ চকুত পৰিল। সিহঁতে যেন ইফালৰপৰা সিফাললৈ গৈছে; ইটোৱে সিটোৰ লগত কথা পাতিছে, হাঁহিছে, খেঁজেলিয়াইছে;

আৰু ইটোৱে সিটোক গেৰিয়াইছে। মোৰ ভাব হল, ইয়াত কোনো হাট বহিছে। কিন্তু, ওচৰ পোৱাত দেখিলোঁ, তাত কোনো আনন্দ-উৎসৱ হে হৈছে। মানুহৰ জুমবোৰ পাৰ হৈয়ে দেখিলোঁ, ওপৰত প্ৰায় ছবিঘামান ঠাই আগুৰা এখন বহল চন্দ্ৰাতপ টমা হৈছে। ইয়াৰ তলত থকা ঠাইখিনিৰ চাৰিওফালে বেৰা দিয়া, আৰু এফালেদি হে ইয়াৰ ভিতৰলৈ সোমাব পৰা বাট আছে। এই বাটৰ সমুখতে সেই মানুহৰ জুমবোৰ। চন্দ্ৰাতপৰ তলৰ ঠাইখিনিৰ দৃশ্য বৰ মনমোহা। অলেখ লেম্প, ফানুচ আৰু ঝাৰৰ পোহৰে গোটেই ঠাইখিনিকে ফট্-ফটীয়া কৰি তুলিছে; এই পোহৰত প্ৰাকৃতিক ডাল, পাত, লতা ইত্যাদিৰ সাজ-সজ্জাই জক-মকাব লাগিছে। ভিতৰত এডোখৰ কিছু ওখ ঠাইৰ ওপৰত অভিনয় হব লাগিছে; অলেখ দৰ্শকে চাৰিওফালে বহি চাইছে আৰু শুনিছে। ইয়াৰ জাক-জমকতা দেখি মোৰো সোমাই যাবৰ মন গল; কিন্তু, মোক সোমাবলৈ নিদিয়াত মই দুখমনে দুৱাৰ-মুখতে থিয় হৈ থাকিলোঁ। অলপ পিচতে এজন ডেকাই যেন মোৰ মনৰ ভাব বুজি মোকো লগতকৈ ভিতৰলৈ লৈ গল। ভিতৰ সোমাই দেখিলোঁ, ঠাইখিনিৰ চাৰিও কাষে ঘূৰিব পৰাকৈ এটা বাট বখা হৈছে! এই বাটটোক চন্দ্ৰাতপৰ তলত থকা বাকী ঠাইৰপৰা বাঁহৰ শলখা-মাৰিয়ে পৃথক কৰি ৰাখিছে। চাৰিও কাষে সুন্দৰ লতা, পাত, ফুল ইত্যাদিৰ সাজ-সজ্জাৰ মাজত ধুনীয়া ধুনীয়া ছবিবোৰে শোভা কৰিছে। মাজত থকা খুটাবোৰো তেনেকৈ সজোৱা হৈছে। আমি দুয়োজনে যেন প্ৰথমতে এই

ৰাটটোৰে ঘূৰি সেই ছবিবোৰ চালোঁ। এঠাইত দেখিলোঁ, সাবিত্ৰীৰ কোলাত সত্যৱান মূৰ্চ্ছা গৈ পৰি থকা দৃশ্য; আন এখনত দেখিলোঁ, দময়ন্তীয়ে হাঁহটোৰ লগত কথা পাতিছে; আকৌ এখনত আছে পদুমপাতৰ বিছনাত পৰি শকুন্তলাই পদুম-পাতত দুষ্মন্তলৈ চিঠি লিখিব ধৰা দৃশ্য। সকলোবোৰ ছবি এতিয়া মোৰ সোঁৱৰণিত নপৰে। বাৰু, সি যিকি নহক, তেওঁ হলে ছবিবোৰ মোক এফালৰপৰা বুজাই গৈছিল। শেষত অভিনয় চাবৰ নিমিত্তে এঠাইত বহিলোঁহি। মই অকলে ওলাই যাবৰ উৱাদিহ নাপাম বুলি তেওঁ মোকো তেওঁৰ কাষতে বহুৱাই ৰাখিলে, আৰু মোৰ লগত নানা ৰকমৰ সজ বিষয়ৰ কথা পাতিলে। এইদৰে থাকোঁতেই মোৰ টোপনি ভাগিল, মই সাৰ পালোঁ। সপোনৰ অৰ্থ যিকি নহক, সম্প্ৰতি।—

লঘনী—কোৱাঁ আইকণ, ই বেয়া কথা নহয়; মোৰ আগত কোৱাত একো লাজ নাই।—কোৱাঁ, শেষ কৰাঁ।

ছোৱালী—সম্প্ৰতি, তেওঁৰ ৰূপ, অঙ্গৰ লাৱণ্য, কথা কোৱাৰ ভাব-ভঙ্গী আৰু আলাপৰ বিষয়ৰ কথা ভাবি মোৰ মন অকল তেওঁতে হে ভোল গৈছে।—মোৰ মন এতিয়া তেওঁময় হৈ পৰিছে। মই জীৱনত ককাইৰ স্নেহ নুবুজিলোঁ। কিন্তু, সমাজিকত মই যাক দেখিলোঁ, তেওঁ মোক তেওঁৰ সৰু ভনীয়েকৰ নিচিনাকৈ যেনেকুৱা মৰম-চেনেহ দেখুৱালে, মই এতিয়া ভাবিব নোৱাৰোঁ যে, কোনোবাই মোক তাতকৈ বেচি মৰম-চেনেহ দেখুৱাব। সেইজনক পাবলৈ হে মোৰ মন এতিয়া উদ্‌বাউল হৈ

উঠিছে। সমাজিকত দেখা সেই পুৰুষ-মূৰ্ত্তিত বাজে আন একোলৈ আজি মোৰ মন নাযায়। আজি হঠাৎ মোৰ মনৰ এনেকুৱা পৰিবৰ্ত্তনত মই নিজেই আচৰিত হৈছোঁ। বাই, মোৰ অন্তৰ শান্ত কৰিবৰ কিবা উপায় আছে নে?

লঘনী—আইকণ, উপায় পিচত ওলাব। বহুত সময় হল এতিয়া ইয়াৰপৰা যাওঁ বলঁ।

কথাৰ লগে লগে ক্ৰমে ছোৱালীৰ অন্তৰ গধুৰ হোৱা যেন অনুমান হল।- মুখৰপৰা শেষত কথা নোলোৱা হল। চকু চলচলীয়া আৰু মুখ ৰঙা হৈ পৰিল। এইদৰে ছোৱালীজনীয়ে তিৰোতাজনীৰ পিচে পিচে গৈ মহিলা-যাত্ৰীৰ ঘৰটোত সোমাল।

# চতুৰ্থ পৰিচ্ছেদ

"সেই অৰ্দ্ধাঙ্গিনী সমে মিলন কাৰণে
আজি আয়োজন,
ভাই বন্ধু, পৰিয়াল, আত্মীয় জনৰ
প্ৰীতি সম্ভাষণ।"

—সূৰ্য্যকুমাৰ ভূঞা

গুৱাহাটীৰ ফটিকচন্দ্ৰ বোড়ৰ কাষতে বিষ্ণুৰাম বৰুৱাৰ ঘৰ। তেওঁ কমিছনাৰ অফিচৰ আমোলা। তেওঁৰ নিগাজী ঘৰ যদিও তাত নহয়, চান্দকুছিত হে, তথাপি ইয়াতো তেওঁ কেবাটাও ঘৰ-দুৱাৰ বান্ধি প্ৰায় বাসীন্দাৰ নিচিনা হৈ পৰিছে। তেওঁৰ লৰা দুজন আছে; সৰু, স্কুলত পঢ়ে। ছোৱালী সবাতকৈ ডাঙৰজনীক বিয়া দিছে; সৰুজনীকো বিয়া দিবৰ হৈছে, কিন্তু কতো দিয়া নাই

এওঁৰ ঘৰত আজি এক উখল-মাখল উপস্থিত। মানুহৰ ভিৰ হৈছে; ঢোল, কালি ইত্যাদিৰ শব্দ হৈছে। মুঠতে শুনোঁতাৰ কাণত ই কেনো আনন্দ-উৎসৱ যেন লাগিছে। অনুমান হয়, তেওঁৰ ঘৰত আজি কাৰোবাৰ বিয়া। সঁচাকৈ বিয়া নে?—তেওঁৰ সৰু জীয়েকৰ বিয়াৰ আয়োজনৰ দেখোন কোনো কথাই আগতে কাণত পৰা নাছিল! আৰু লৰা দুজনৰ এজনেও তো বিয়াৰ বয়স পোৱা নাই!

গধুলি আঠোটা বাজিল। দোলাতক বৰ আৰু লগত বৰ-যাত্ৰীবোৰক গীত-বাদ্যেৰে আমোদ-আহ্লাদকৈ সেই ৰাস্তাৰে পশ্চিম-মুৰা হৈ যাবলৈ ধৰা দেখা গল। যাওঁতে যাওঁতে বৰ আৰু বৰ-যাত্ৰীবোৰে দীঘলী-পুখুৰীৰ পাৰ পালে গৈ। তেতিয়া দক্ষিণ-মুৰা হৈ পুখুৰীৰ পুব পাৰে থকা ৰাস্তাৰে গৈ ইয়াৰ কাষতে থকা এক ভদ্ৰলোকৰ ঘৰত সোমাল। সেই ঘৰতো বিয়াৰ সাজ-সজ্জা। সৰু-মালাৰ তলৰপৰা বৰক ধৰি নিলে; আৰু বাঙ্গৰ চোতালত তৰা চন্দ্ৰাতপৰ তলত নি বহুৱালে। পুৰোহিতে পূজা-পাঠ আদি আৰম্ভ কৰিলে।—বিয়াৰ কাৰ্য্য চলিল।

সকলোকে বাহিৰত এৰি আমি এবাৰ কইনা ঘৰীয়াৰ অন্তৰ-মহলত সোমাওঁ আহক। কিন্তু, তিৰোতাৰ বেশে হে যাব লাগিব; নহলে ভদ্ৰলোকৰ ইজ্জত হানি কৰাৰ নিমিত্তে জগৰীয়া হব লাগিব।

বৰ ঘৰৰ মজিয়াত কেইজনীমান তিৰোতা মানুহ, কিবা কামত ব্যস্ত আছে। তেওঁলোকৰ মুখৰ চেহেৰা হৰ্ষযুক্ত। মাজৰ মজিয়াৰপৰা বাওঁহাতলৈ উত্তৰে ঘৰটোৰ এটা খোঁটালী আছে। তাতো কেইজনীমান তিৰোতা বহি আছে। অনুমান হয়, তিৰোতা কেজনী এই ঘৰৰ নহয়; কইনা ঘৰীয়াৰ আত্মীয় মানুহ,—বিয়ালৈ আহিছে। এওঁলোকে বৈ বৈ দুই এটি গীত গাইছে; আৰু মাজে মাজে কোনো হাস্যজনক কথাৰ প্ৰসঙ্গত হাঁহিছে। এওঁলোকৰ মাজত এজনী ছোৱালী; ছোৱালীৰ সাজ-পাৰ আৰু অলঙ্কাৰ-পাতিৰ বিশেষত্ব আছে।—বুজিব পাৰি, এই জনীয়েই

কইনা। কিন্তু, ইকি! কইনাই দেখোঁ কান্দিছে! আজি আনন্দৰ দিন, কাৰো মুখত বিষাদৰ বিৰিঙনি নাই; অথচ ছোৱালীজনীয়ে উচুপি-উচুপি কান্দিছে!—মাক-বাপেকৰ ঘৰত ডাঙৰ হোৱা ছোৱালী; আজি হঠাৎ নিজৰ ঘৰ এৰি পৰৰ ঘৰলৈ যাব লগা হোৱাত,—নিজৰ আই-বোপাই, ভাই-ভনীক এৰি পৰৰ মানুহক নিজৰ কৰিব লগা হোৱাত,—সম্ভৱ ছোৱালীয়ে দুখ কৰিছে।

হঠাৎ আন এজনী তিৰোতা মানুহ খোঁটালীলৈ সোমাই গল, আৰু তিবোতা কেজনীক জল-পান কৰিবলৈ যাবলৈ কলে। সকলোৱে যোৱাত তিৰোতাজনীয়ে মাত লগালে,—"আইকণ, তুমি এইদৰে কান্দিয়েই থাকিবা নে? এতিয়াই বিয়াত বহিবলৈ লাগিব নহয়!—কান্দিবলৈ এৰাঁ, কান্দিলে বেয়া হে আছে! কপালত যি আছে, সি অৱশ্যে নোহোৱাকৈ নাথাকে।"

কইনাই মুৰ ডাঙি তিৰোতাজনীৰ পিনে চালে। কিন্তু, সেই মুখমণ্ডলৰপৰা যি দৃশ্য চকুত পৰিল, সি যেন ধুমুহা-বতাহৰ সময়ত হোৱা আকাশমণ্ডলৰ দৃশ্য। আৰু সেই চকু জুৰি,—ইফুটি যেন পানীৰ ভৰত গধুৰ হৈ পৰা দুডোখৰ নতুন মেঘ! কইনাই তেতিয়া মাত লগালে,—"লঘনী বাই, অকল কান্দিয়েই নো কি কৰিম? কান্দি কান্দি অদৃষ্টৰ লিখন খণ্ডাব পৰা হলে পৃথিবীত কোনেও দুখ ভুগিব লগা নহলহেঁতেন। বিধাতাই মোৰ কপালত সুখ নিলিখিলে, মোক জীৱনৰ বাঞ্ছিত সুখ-সম্ভোগৰপৰা বঞ্চিত কৰিলে।—কৰক, তাতো কথা নাছিল, মই এবাৰ যদি সেই স্নেহৰ মূৰ্ত্তি,—সেই সপোনত পোৱা মোৰ সোদৰ-

প্ৰতিম পুৰুষৰ সাক্ষাৎ পালেঁাহেঁতেন।”—কইনাই চকুলো মুচিলে।

লঘনী—আইকণ, ভাবনা শক্তিক যিমানেই স্বাধীনতা দিবা, সিমানেই ই তোমাক উটুৱাই নি পাৰাকুল নোপোৱা কৰিব। আৰু তুমি যিমানেই ইয়াৰ লেকাম টানি ধৰিবা, তিমানেই তুমি সুস্থিৰ হৈ থাকিব পাৰিবা। সকলো অৱস্থাতে সন্তুষ্ট থাকিব পৰাটোৱেই সুখী মানুহৰ চিন। এতেকে, এতিয়া আৰু দুখ কৰাৰ কোনো সকাম নাই; আৰু ইপিনে জেঁাৱা পুৰি জুয়ে হাত পালেহি।

কইনা—দুখ আৰু নকৰোঁ বাই; মোৰ মন এতিয়া স্থিৰ হৈছে;—মই এতিয়া এই অৱস্থাতে সন্তুষ্ট থাকিবলৈ চেষ্টা কৰিম। কিন্তু, এটি কথা মই তোক কৈ থওঁ, তই আৱশ্যক হলে সময়ত পিতা আৰু আইৰ আগত কবি;—বৈবাহিক সংঘটনত মাক-বাপেকে প্ৰকাৰান্তৰে দৰা-কইনাৰো মতামত নাইবা সম্মতি লোৱা যুগুত।

লঘনী—আইকণ, আমি অবলা; সেই কাৰণে পুৰুষে আমাৰ কথাৰো কোনো মূল্য বিবেচনা নকৰে। কিন্তু, তুমি আইকণ, সদায় পৱিত্ৰ অন্তৰেৰে সেই পৰম পুৰুষক চিন্তা কৰি থাকিবা। তেওঁ তোমাৰ কেতিয়াও অমঙ্গল নঘটায়।

কইনা—বাই, মোৰ অন্তৰৰ সোঁত যিপিনে বৈছে তাক যে ওভোতাই আনি আন ফাললৈ বোৱাম, সি অতি অসম্ভৱ। বিয়াত বহিব লাগে, বহিম; মোৰ স্বামীৰ মুখ দেখাৰ দিনলৈকে মই

অপেক্ষা কৰিম। তাৰ পিচত হে মোৰ জীৱনৰ সমস্যা আহি উপস্থিত হব।—মই—

এনেকুৱা কথা-বতৰাৰ মাজতে বাহিৰৰপৰা খবৰ আহিল, হোমৰ আগলৈ কইনাক উলিয়াই নিব লাগে। গীতে-উৰুলিয়ে কইনাক উলিয়াই চন্দ্ৰাতপৰ তললৈ অনা হল। হোমৰ কাৰ্য্য আকৌ চলিল। দৰা-কইনাৰ হাতত আখৈ তুলি দিয়া হল;—দৰাৰ লগত কইনাৰ বিবাহ-বন্ধন সম্পন্ন হল;—দুটি প্ৰাণীৰ মিলন হল;—সংসাৰ-হাটত ইটিয়ে আনটিক বিচাৰি ললে;—নিজৰ বস্তুক নিজা কৰিলে। কিন্তু, কইনাৰ চকুলো তেতিয়াও শেষ নহল।

চিনি পাইছেনে পাঠক, এই দৰা-কইনা কোন? এই দৰা আমাৰ পৰিচিত হলধৰ চৌধাৰীৰ পুতেক অমূল্য; আৰু কইনা যে আমি বশিষ্ঠাশ্ৰমত শিলৰ ওপৰত বহি থকা অৱস্থাত লগ পোৱা সেই ছোৱালীজনীয়ে তাক নোকোৱাকৈয়ে অৱশ্যে বুজিব পাৰিছে।

———— —

## পঞ্চম পৰিচ্ছেদ

যিনি যে পরিমাণে সৌন্দর্য্যের স্বাদ গ্রহণে সমর্থ,
তাঁহার রুচি সেই পরিমাণে বিকশিত ও মার্জ্জিত ;
আর যিনি যে পরিমাণে সৌন্দর্য্য বিষয়ে অন্ধ,
তাঁহার রুচি সেই পরিমাণে অস্ফুট ও অমার্জ্জিত।"

— কালীপ্রসন্ন ঘোষ

হলধৰ চৌধাৰীৰ পুতেক অমূল্যচন্দ্ৰ চৌধাৰী। এই পৰ্য্যন্ত পাঠকে এওঁৰ ভাল পৰিচয় পোৱা নাই। এওঁৰ বিষয়ে বিশেষ কিছু কব লাগিলে কব পাৰি যে, অমূল্য সৰুৰেপৰা সৎপ্ৰকৃতিৰ আছিল। সৰুৰেপৰা তেওঁ জানিছিল, কাৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিব লাগে। তেওঁৰ সদ্ব্যৱহাৰত বাস্তৱিকতে সন্তুষ্ট নোহোৱা মানুহ কোনো নাছিল। লৰাৰপৰা বুঢ়ালৈকে, দুখীৰ পৰা সুখীলৈকে, গাৱঁলীয়াৰপৰা নগৰীয়ালৈকে আটায়ে তেওঁৰ নিমিত্তে পৰি মৰিছিল।

সংসাৰত একেবাৰেই নিখুঁত মানুহ লগ পোৱা নাযায়। কাৰো বহুতো সদ্‌গুণ থাকিলেও, তাৰ ভিতৰতে সামান্য হিচাবে হলেও, অন্ততঃ এটা বদ্‌গুণ বে থাকিব, সি নিশ্চয়।— কেতেকীফুল এপিনে কবিৰ কবিত্বৰ উপাদান, দেখোঁতাৰ চকুৰ তৃপ্তি, আৰু প্ৰাকৃতিক শোভাৰ এক অঙ্গ ; কিন্তু আনপিনে, ই ঘ্ৰাণত উগ্ৰ। সূৰ্য্যৰ দীপ্তিয়ে গোটেই খন জগতৰ অন্ধকাৰ নাশ

কৰে, গোটেই জগতক ই তাপ বিলায়, আৰু বৈজ্ঞানিক সকলৰো ই আলোচনাৰ বিষয় ; কিন্তু, ইয়াৰ উজ্জ্বলতা ইমান বেচি যে, ইয়াৰ পিনে চাই দৃষ্টিৰ পৰিতৃপ্তি লাভ কৰিব নোৱাৰি। সেইদৰে, অমূল্যৰ চৰিত্ৰতো যদি কিবা বদ্‌গুণ থাকে, সি পাঠকৰ চকুত অৰশ্যে নপৰাকৈ নাথাকে ; আৰু পৰিলেও, চন্দ্ৰৰ স্নিগ্ধ ৰশ্মিয়ে ইয়াৰ কলঙ্কৰপৰা দৃষ্টিক কাঢ়ি লোৱাৰ দৰে তেওঁৰ সদ্‌গুণবোৰে দোষোঁতাৰ চকুক সিবোৰৰ ফাললৈ হে টানি নিব।

বুদ্ধি-বৃত্তিতো অমূল্য কেঁচা নহয়। আন বিষয়ৰ কথা কবকে নালাগে, পঢ়া-শুনাতেই অমূল্যই অ-আ পঢ়াৰপৰা বি-এ পাছ কৰালৈকে বুদ্ধি-বৃত্তিৰ পৰিচয় দি আহিছে। তেওঁৰ নিমিত্তে কোনো শিক্ষকেই আমনি পোৱা নাছিল। ছাত্ৰবৃত্তি, প্ৰবেশিকা আৰু এফ্ এ, এই তিনিওটা পৰীক্ষাতে তেওঁ জল-পানী লৈ উত্তীৰ্ণ হয়। তেওঁৰ পিতাক মধ্যবিত্ত অৱস্থাৰ মানুহ ; পৰীক্ষাবিলাকত জল-পানী নাপালে অমূল্যক যে বি-এ লৈকে তেওঁ পঢ়াব নোৱাৰিলেহেঁতেন, সি ওলাই থকা কথা। সি যি হুক, "যাৰ বিদ্যা, যাৰ ভাৰ্য্যা।"

ঈশ্বৰৰ সৃষ্টি-প্ৰণালীৰ ভিতৰত যে কিমান নিয়মৰ সমাবেশ হৈছে তাক গণি অন্ত পোলোৱা নাযায়। আৰু কাচিৎ হে এই নিয়মবোৰৰ বৈষম্য চকুত পৰে। কিন্তু, সাধাৰণতে দেখা যায়, বাঘৰ পেটত বাঘ, সিংহৰ পোৱালী সিংহ, আৰু মানুহৰ লৰা মানুহ হয়। অৰ্থাৎ, ওপৰ পুৰুষৰ তেজ নাইবা প্ৰবৃত্তি পৰ পুৰুষত সঞ্চাৰিত হয়। সেইবাবেই, অমূল্যও ঈশ্বৰৰ সৃষ্টিৰ এক প্ৰাণী

যেতিয়া, তেওঁৰ পিতাকৰ প্ৰকৃতি কিছু পৰিমাণে তেওঁৰ গাত দেখাটো অস্বাভাৱিক নহয়। আনপিনে, পিতাকৰ প্ৰকৃতি তেওঁৰ গাত আছিল যদিও, শিক্ষাৰ গুণত সিবোৰ পৰিমাৰ্জ্জিত হৈ অলপ বেলেগ গঢ় লৈছে। সেয়েহে অনেক সময়ত দুয়োজনৰ মতভেদ হোৱা দেখা গৈছিল।

পিতাকৰ নিচিনাকৈ পুতেক অমূল্যও জাতীয়তাৰ পক্ষপাতী আছিল। তেওঁ এনকুৱা জাতীয় প্ৰাণৰ আছিল যে, জাতীয় উন্নতিৰ হকে তেওঁ অন্তৰ ঢালি দিব পাৰিছিল। ছাত্ৰ অৱস্থাতেই সমাজৰ কুৰীতি কুদস্তুৰবোৰ আঙুলিয়াই, সিবোৰৰ প্ৰতিকাৰৰ নিমিত্তে তেওঁৰ বুদ্ধিয়ে ঢুকি পোৱা উপায়-পৰামৰ্শ দি, সভা-সমিতিত বক্তৃতা দিছিল। আৰু তেওঁৰ নিজৰ কৰ্ত্তব্যৰ ফালৰ পৰা, সেই কুৰীতি কদাচাৰবোৰৰ প্ৰতিকাৰৰ হকে, যিমানখিনি পাৰে কৰিবলৈ পিচ ভৰি কৰা নাছিল। বন্ধ উপলক্ষে কেতিয়াবা গাৱঁলৈ আহিলে, সুবিধা পালেই তেওঁ দুই চাৰিজন মানুহ গোট খুৱাই গাৱঁৰ বেয়া আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিবোৰৰ বিষয়ে সিবিলাকক বুজনি দিছিল। কিন্তু, খেতিৰ ভাল ফল পাবলৈ হলে পথাৰ সাৰুৱা হব লাগে। উচিত সময়ত, উচিত খেতত, উচিত সঁচ নপৰিলে খেতি নহয়। গতিকে, অমূল্যৰ চেষ্টাৰ ফলো তেনেকুৱা হৈছিল। সি যিকি নহক, জাতীয় ভাবত তেওঁ ইমান অনুপ্ৰাণিত আছিল যে, সুযোগ পালেই তেওঁ জাতীয় চেষ্টাত লাগিবলৈ পাচ নোহঁহোকে। তাৰ নিমিত্তে অনেক সময়ত তেওঁ অনেকৰ কটুকথা, এনে কি লাজ-অপমানকো সহিছিল।

অমূল্যই এফ্-এ লৈকে গুৱাহাটীৰ কলেজতে পঢ়িছিল। এফ্-এ পৰীক্ষাত এটা কুৰিটকীয়া বৃত্তি পাই কলিকাতাৰ প্ৰেচিডেন্‌চি কলেজত নাম লগাই, ইডেন হিন্দু হোষ্টেলত গৈ থাকিল। দুবছৰৰ মূৰত বি-এ পৰীক্ষা দি ঘৰ বুলি উলটিল।

বহুদিনৰ মূৰত ঘৰলৈ আহিছে; সেই দেখি চিনা মানুহবোৰে তেওঁৰ লগত কথা পতাটো স্বাভাৱিক। সেই প্ৰসঙ্গত প্ৰায়ভাগ মানুহেই সোধে, তেওঁৰ বিয়াখন কেতিয়াকৈ হব। অমূল্যই ইপিনে আচৰিত! —তেওঁ তো তেওঁৰ বিয়া সম্বন্ধে কোনো কথাৰে ভু নাপায়! ঘৰতো বিয়াৰ নিমিত্তে কিবা-কিবি যোগাৰ কৰাৰ কথা, আৰু ঘৰৰ পৰিয়ালৰ মাজত তাৰ আলোচনা ঘানাক-ঘুনুককৈ তেওঁৰ কাণত পৰে; অথচ তেওঁৰ আগত কোনেও একো কথা তুলিয়ায়! সংসাৰ কেনেকুৱা, অমূল্যই তেতিয়াও কব পৰা নাই। পঢ়া অৱস্থাৰ নিৰ্ম্মল পৱিত্ৰ অন্তঃকৰণত সাংসাৰিক পাক-চক্ৰৰ কুটিলতা তেতিয়াও সোমোৱা নাই। তেওঁৰ অজ্ঞাতে তেওঁৰ বিয়াৰ এনেকুৱা বন্দৱস্ত দেখি তেওঁৰ সৰল অন্তঃকৰণত কিছু আঘাত লাগিল। এই আঘাতেই তেওঁৰ মনৰ সুখ হৰণ কৰিলে। তেওঁৰ ভাব হল, এই বিয়াত নিশ্চয় কোনো গূঢ় ৰহস্য আছে।

ব'হাগ মাহৰ এদিন; সন্ধ্যা সময়। কেইদিনমানৰপৰা গৰম অলপ বেচি হৈ উঠিছে। হলধৰ চৌধাৰীয়ে বৰ ঘৰৰ আগ-চালিত বহি জিৰাইছে। ঘৈণীয়েক শীতলাই আখলত গৈ ভাত ৰান্ধিছে; আৰু সুশীলাই মাকৰ আল-পৈচান ধৰিছে। ককায়েক

অমূল্য ঘৰলৈ অহা উপলক্ষে প্ৰমীলাকো সিদিনা অনা হৈছে,—সকলোটি লগ হৈ অলপ সঙ্গ-সুখ উপভোগ কৰাৰ নিমিত্তে। অমূল্যাই ফুৰি আহি ঘৰ পাইছে, ভৰি-হাত ধুই তেওঁ চোতালতে পীৰা এখনত বহিল, আৰু প্ৰমীলাইঁতৰ ঘৰৰ খবৰ সুধিবলৈ ধৰিলে। এনেতে হলধৰে মাত লগালে,—"কালিলৈ এখন চিঠি লিখিব নোৱাৰিবি নে অমূল্য ?"

অমূল্যাই প্ৰমীলাৰ লগত পতা কথা বন্ধ কৰি সুধিলে,—"কালৈ ?"

হলধৰ—গুৱাহাটীৰ বিষ্ণুৰাম বৰুৱালৈ।

অমূল্য—কি বাবে ?

হলধৰ—আৰু নো কি বাবে হব ! বিয়ালৈ তো আৰু বেচিদিন নাই, জেঠৰ ন তাৰিখে। আন সকলো যোগাৰ প্ৰায় হৈছেই। অকল এটা শেষ বন্দবস্ত এতিয়াও হৈ উঠা নাই।—আমি ইয়াৰপৰা বৰ সাজি যাব লাগিলে, বহুতো অসুবিধা হয়। সেইদেখি নগৰৰ এঘৰত বাহৰ পাতি বিয়াৰ কাম শেষ কৰাটো হে সুবিধাজনক যেন লাগে। নীলকমল ভূঞায়ো তাকেই লিখিছে। তেওঁ এঘৰত বাহৰ কৰি থাকিবৰ সুবিধা কৰি দিব পাৰিব বুলিও জনাইছে। এতিয়া, বিষ্ণুৰাম বৰুৱা আমাৰ এই ফালৰে মানুহ ; তেওঁৰ ঘৰত হলে আমাৰ কোনো অসুবিধা হবৰ সম্ভাৱনা নাই ; আৰু সম্ভৱ তেওঁ অমান্তিও নহব।

অমূল্য—চিঠি লিখিব অৱশ্যে পাৰিম। কিন্তু বিয়াখন ইমান লৰা-লৰিকৈ পতাৰ তো একো প্ৰয়োজন নাছিল। বিয়াৰ

সময় কিবা হাৰাই-পলাই গৈছিল নে ? আৰু বিশেষতঃ, মই পৰীক্ষাটো দি আহিছোঁ ; তাৰ ফলাফল কি হয় কব পৰা নাই, —কিজানি আকৌ পঢ়িবলৈয়ে যাব লগা হয় !

হলধৰ—শুভকাম শীঘ্ৰে হোৱাটোৱেই ভাল। আৰু ইপিনে, গহনাই-গাথৰিয়ে, খৰচে-পাতিয়ে ডাঙৰ মানুহৰ ঘৰৰ ছোৱালী সকলো সময়তে নিমিলে। ছোৱালীৰ লগতে অতি কমেও সাত-আঠ শ টকা আহিব।

অমূল্য—বিয়াৰ বন্দৱস্তৰ নিমিত্তে আপোনালোক কোনোবা গৈছিল, নে ভূঞাই আমাৰ ইয়ালৈ আহিছিল ?

হলধৰ—আমি অৱশ্যে কোনো যোৱা নাই। নীলকমল ভূঞাই সিবেলি আমাৰ ইয়ালৈ আহি যোৱাৰ পিচত জীয়েকৰ বিয়াৰ প্ৰস্তাৱ কৰি তেওঁ এখন চিঠি লিখে। তাৰ উত্তৰত মই জনাইছিলোঁ যে, চান্দকুছিৰ ইন্দ্ৰমল বৰুৱাৰ ঘৰৰ লগতো বিয়াৰ কথা চলিছে ; আৰু তাত হলে আমি খৰচ-পাতিৰ বহুতো আয় পাম। সি যি হক, তেওঁৰ প্ৰস্তাৱ আমি বিবেচনা কৰি চাম। তাৰ পাচত ভূঞাই আকৌ চিঠি লিখিলে যে, আমাৰ ঘৰৰ লগত বৈবাহিক সম্বন্ধ কৰিবলৈ তেওঁৰ একান্ত ইচ্ছা। এনে কি, ছোৱালীৰ লগত তেওঁ যি পাৰে সামান্য হিচাবে অলঙ্কাৰ-পাতিও দিব বুলি গাত ললে। তেতিয়া শেষ সিদ্ধান্ত স্বৰূপে মই লিখি পঠালোঁ যে, যদি একান্ত তেওঁৰ ঘৰতে বিয়া হব লাগে, তেন্তে ইন্দ্ৰমল বৰুৱাৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিব লাগিব। তেনে অৱস্থাত, তেওঁ যদি ছোৱালীৰ পূৰা অলঙ্কাৰ আৰু আমাৰ পক্ষৰ খৰচৰ

বাবে নগদ চাৰিশ টকা দিবৰ স্বীকাৰ কৰে, তেন্তে তেওঁৰ প্ৰস্তাৱত আমাৰ সম্মতি নোহোৱাৰ কোনো কাৰণ নাথাকিব। মোৰ চিঠিৰ ভাব-ভঙ্গী বুজিয়েই হবলা, তেওঁ তেনেকুৱা সৰ্ত্ততো ছোৱালী দিবলৈ আগ বাঢ়িলে। তেওঁ ইমান টকা-কড়ি খৰচ কৰি দিবলৈ ওলাইছে; তেনেস্থলত, আমাৰ নো বিয়া কৰোৱাত কি হানিটো আছে? আৰু ইপিনে, উপস্থিত দ্ৰব্য এৰি দিলে লক্ষ্মীছাড়া হয়। আনপিনে, ছোৱালী ডাঙৰ হৈছে; জেঠৰ ভিতৰতে তেওঁ এঠাইত দিব।

অমূল্য—সিবোৰ যিয়েই হক, এই সম্বন্ধে মোৰ বিশেষ ভাবিবলগীয়া আছে। সেই হেতুকে একান্ত ইয়াতেই বিয়া হব লাগিলে বিয়া পিচুৱাই যাওক; নতুবা তেওঁলোকে আন ঠাইত দিব।

হলধৰ—ভাবিবৰ নো আৰু কি আছে? আমাৰ খৰচপাতি কৰিবলৈ নালাগেই, তেওঁলোকৰপৰাই সেইখিনি হব। অলঙ্কাৰ-পাতিও একো দিব নালাগে, তেওঁলোকৰপৰা আহিব হে। এনেস্থলত আৰু ভাবিবলগীয়া বিষয় একো থাকিব নোৱাৰে। ইয়াতকৈও নো সুবিধাত ছোৱালী পোৱা যায় নে?

অমূল্য—যিকি নহক, মই কোনো এটা চাকৰিত নোসোমোৱালৈকে, আৰু নিজেই খৰচ কৰি বিয়া কৰাবলৈ সমৰ্থ নোহোৱালৈকে বিয়াত মোৰ মত নাই।

হলধৰ—এই কথাৰ কোনো মূল্য নাই। আনৰ খৰচ পোৱাত নিজে খৰচ কৰিবলৈ যোৱাৰ সকাম কি? আৰু হব পাৰে, ছোৱালী পছন্দ হোৱা নাই; ছোৱালী কেনেকুৱা, আমি

গৈ চোৱা নাই।—বাৰু, নাচালেঁ বেই, তাতে হানি কি? টকায়-কড়িয়ে, গহনায়-পাতিয়ে ইমানখিনি দিব ওলাইছে যেতিয়া, আমি বিয়াটো কৰাই থওঁ। ছোৱালী বেয়া হয় যদি পিচত আৰু এজনী বিয়া কৰাব নোৱাৰিম নে?

অমূল্য—অৱশ্যে ৰূপে-গুণে, স্বভাবে চৰিত্ৰে ছোৱালীও পছন্দ হব লাগে। যাৰ লগত জীৱন নিয়াব লাগিব, সি নিজৰ পছন্দমত নহলে সেই দুই প্ৰাণীৰ জীৱন সুখৰ হৈ উঠিব নোৱাৰে। আন পিনে, টকা-কড়ি, ধন সম্পত্তিৰ আশাত বান্ধ খাই এজনী বিয়া কৰোৱাৰ পিচত, বেয়া হল বুলি আকৌ আন এজনী বিয়া কৰোৱাটো আৰু অতি বেয়া। জীৱনত প্ৰকৃত বিয়া এবাৰ হে হয়। আৰু যি বিয়াৰপৰা সুখ নহৈ, দুখ-যন্ত্ৰণা হে ভুগিব লাগে, তাক বিয়া বুলিব নোৱাৰি; তাক বিপদ চপাই লোৱা বুলি হে কব পাৰি। কিন্তু, মই হলে সম্প্ৰতি সেইটো ভবা নাই।

হলধৰ—তেন্তে ভাবিছ কি?

অমূল্য—নীলকমল ভূঞাৰপৰা টকা-কড়ি অলঙ্কাৰ-পাতি সকলোবোৰ দাবি কৰি লোৱাটো ভাল হোৱা নাই। তেওঁ নিজে ইচ্ছা কৰি ছোৱালীৰ লগত কিছু দিয়ে, সি বেলেগ কথা; কিন্তু, আমি তেওঁৰ ওপৰত তেনেকৈ দাবি কৰি বহাটো যুক্তিসঙ্গত নহয়। এইবোৰ প্ৰথা আধুনিক সমাজৰ চকুত বেয়াকৈ লাগে।

হলধৰ—পৰৰ শ্ৰী দেখিব নোৱাৰা মানুহৰ চকুত অৱশ্যে লাগিব। কিন্তু, আমাৰ হিতাকাঙ্ক্ষী আত্মীয়-কুটুম্বসকলে ইয়াত বৰং সুখী হে হৈছে।

অমূল্য—আমাৰ আত্মীয়-কুটুম্বৰ কথা থৈ দিয়ক। সি-বিলাকে মোক ভাল বোলাৰপৰা মই স্বৰ্গ নাপাওঁ; আৰু সি-বিলাকৰ নিন্দাত মোৰ কোনো হানিও নহয়। আমাৰ সমাজত কন্যা-পনৰ ঠাই বৰ-পনে অধিকাৰ কৰিবলৈ ধৰা দেখি, তাক বাধা দিবৰ নিমিত্তে বৰ্ত্তমান সমাজৰ চেষ্টা হৈ উঠিছে। তাৰু আমি আধুনিক ডেকাসকল যে এই সমাজৰ বাহিৰ, এনে নহয়, বৰং সময়ত আমিয়েই সমাজৰ নায়ক হৈ পৰিম। এনেস্থলত, আমিয়েই যদি এজন এজনকৈ সকলোৱে বৰ-পন লৈ বিয়া কৰাওঁ, তেন্তে এই প্ৰথা আমাৰ সমাজৰপৰা দূৰ হোৱাৰ সলনি সি ভালকৈ হে শিপাই লব। শিক্ষিত সমাজৰ নিন্দা নাইবা প্ৰশংসাৰ ফলে হে মোৰ ওপৰত ফলিয়াব। মোৰ জীৱনৰ উন্নতি-অৱনতি এই নিন্দা-প্ৰশংসাৰ ওপৰতে নিৰ্ভৰ কৰে।

হলধৰ—শিক্ষিত সমাজৰ লোকসকলে তোৰ ঘৰ পাতি দিবলৈ নাহে! বিপদে-আপদে তই তোৰ আত্মীয়-কুটুম্বৰ ওচৰত হে সহায় বিচাৰিব লাগিব। সেই সময়ত তই তোৰ শিক্ষিত সমাজৰ মানুহক সহায়স্বৰূপে নাপাবি। আমি গাৱঁৰ মানুহ; গাৱঁৰ সমাজেই আমাৰ সমাজ। এই সমাজৰ ৰীতি-নীতি অনুসাৰে আমি চলিবই লাগিব।

অমূল্য—বাৰু, যদি আমি গাৱঁৰেই মানুহ, গাৱঁৰ ৰীতি-নীতি অনুসাৰে চলিব লাগে, তেন্তে গাৱঁতেই ছোৱালীৰ বন্দবস্ত কৰাটো হে ভাল আছিল। নগৰীয়া ছোৱালী এজনী আহি গাৱলীয়া আচাৰ-দস্তুৰবোৰ মানি চলিবলৈ যে টান পাব! আৰু

তেতিয়া ছোৱালীৰ নগৰীয়া চলন-ফুৰণ দেখি আপোনালোকে নাইবা গাৱঁলীয়া সমাজে অসন্তুষ্ট হৈ উঠিব।

অমূল্যৰ কথাত হলধৰৰ খং উঠিল, আৰু কলে,—“বি-এ পঢ়ি এইখিনি হে শিক্ষা হল।—মই সেইবোৰ কথা নুশুনোঁ। বন্দবস্ত হৈ উঠিছে, বিয়া হবই লাগিব। কালিলৈ বিষ্ণুৰাম বৰুৱালৈ এখন চিঠি লেখ, যেন তেওঁলোকৰ তাত অন্ততঃ দুদিনৰ নিমিত্তে আমাক দুটা ঘৰ এৰি দিয়ে।”

কথা-বতৰা চলি থাকোঁতে ভিতৰৰপৰা খবৰ আহিল, ভাত খাবৰ হৈছে। ইপিনে, কথাৰ স্ৰোতত হলধৰৰ যি খং উঠিল, তাৰ চোটত ভিতৰলৈ সোমাই গৈ ভাতৰ পাতত বহিল। অমূল্যয়ো তাৰপৰা উঠি গৈ ঘৰত সোমাল।

বিয়াৰ সকলো যোগাৰ-যন্ত্ৰণা হৈ উঠিল। কিন্তু, অমূল্যৰ অন্তৰ ভাগিল। বিয়াৰ দিন পৰ্য্যন্ত থিৰ হৈছে, অথচ ছোৱালীৰ সম্বন্ধে তেওঁ তিলমাত্ৰো কথা জানিব পৰা নাই! ছোৱালীৰ নাম কি—বয়স কিমান—ৰূপ কেনেকুৱা—স্বভাৱ-চৰিত্ৰ কি ধৰণৰ—এই-বোৰৰ একোকে তেওঁ তেতিয়ালৈকে জানিবলৈ পোৱা নাই। স্বভাৱ-চৰিত্ৰ, দোষ-গুণ অৱশ্যে এদিনতে দেখি বুজিব পৰা বস্তু নহয়; কিন্তু, ছোৱালীৰ শাৰীৰিক গঠন, ৰূপ, স্বাস্থ্য ইত্যাদি তো চাব পাৰি,—নিজে নহলেও অন্ততঃ ঘৰৰ মানুহে। এতিয়া “অজ্ঞাতকুলশীল” ছোৱালীৰ লগত তেওঁৰ বিয়াৰ একান্ত ইচ্ছা নথকাতো বিয়া কৰাবলৈ তেওঁ বাধ্য হল। কাৰণ, তেওঁৰ নিচিনা লৰা এজনে মাক-বাপেকৰ মনত অসন্তুষ্টি দিয়াটো শোভনীয় নহয়।

ইপিনে, বিয়া কৰাবলৈ গলেও সমাজৰ কুপ্ৰথা এটাক প্ৰশ্ৰয় দিয়া হয়। অমূল্য উভয় সঙ্কটত পৰিল।

সিবোৰ যি হক, বিয়াখন নোহোৱাকৈ নাথাকিল। এই বিয়াত অৱশ্যে পাঠকেও উপস্থিত আছিল। আগৰ পৰিচ্ছেদত উল্লেখ কৰা কইনাক আমি বশিষ্ঠাশ্ৰমত লগপোৱা ছোৱালীজনী বুলি পৰিচয় কৰাইছিলোঁ।—এয়েঁই নীলকমল ভূঞাৰ জীয়েক পতিম।

---

# ষষ্ঠ পৰিচ্ছেদ

"যাহাৰ সহিত তোমার মন মিলে না, প্ৰাণ
মিলে না, হৃদয় মিলে না এবং জীবনেৰ গতি
মিলে না, তুমি তাহাৰ নিন্দা কৰ।"

—কালীপ্ৰসন্ন ঘোষ

ভোগালী বিহু অসমীয়াৰ এক জাতীয় আনন্দ-উৎসৱৰ বিষয়। অসমীয়াৰ তিনিওটা বিহুৰ ভিতৰত এই বিহুটো সকলো বিষয়ে ওখ খাপৰ। এই সময়ত শীতোষ্ণতাৰ সংমিশ্ৰণত বতৰটো অতি মধুৰ হৈ পৰে। এক বাৰিষাৰ বোকা-পানী নাইকীয়া হয়; অথচ, সি বাৰিষাৰ জোক-মহ আৰু মেঘৰ ওন্দলনিও বহুত পিচত থাকে। গৰখীয়া লৰাবোৰে পথাৰত মেজি সাজিবৰ নিমিত্তে দিনে-ৰাতিয়ে ব্যস্ত হৈ পৰে। ইপিনে, লৰাবপৰা বুঢ়ালৈকে, নতুন খেতিৰ উৎপন্ন দ্ৰব্যাদিৰে হোৱা মাহ-কৰাই, পিঠা-পৰমান ইত্যাদিৰ আশা পালিবলৈ ধৰে। বিহুৰ লগতে এবাৰ গৈ মাক-বাপেকৰ ঘৰ দেখি আহিব, এই আশাত ন-বোৱাৰীয়েও বুকুত নতুন উৎসাহ বান্ধে। মুঠতে কব লাগিলে, বিহুৰ নিমিত্তে গোটেই জাতিটোৱেই উত্তাৱল হৈ পৰে।

বহাগ বিহুৰ নিচিনাকৈ মাঘ বিহুত যদিও নতুন কাপোৰ পিন্ধাটো দস্তুৰ নহয়, তথাপি বিহু উপলক্ষে সকলোৱে নিকা কাপোৰ পিন্ধে। এনেকি, বাৰী-দুখুনীয়েও পঁজাত থকা ফটা-ছিটা কাপোৰকে ধুই পিন্ধি জাতীয় সুখ উপভোগত যোগ দিয়ে।

সেই বাবেই বিহুৰ দুই-তিনি দিন আগতে গাৱঁৰ তিৰোতাবিলাকৰ মাজত কাপোৰ ধোৱাৰ ধুম পৰে।

আমাৰ চৌধাৰী ডাঙৰীয়াৰ গাৱঁখন 'নৰ্থ ট্ৰাঙ্ক ৰোডৰ' কাষত বুলি আগতে কোৱা হৈছে। তেওঁলোকৰ ঘৰৰপৰা গাৱঁৰ মাজৰ আলিটোৰে দক্ষিণমুৰাকৈ ওলাই আহিলে এই চৰকাৰী আলি পোৱা যায়। আলিৰ কাষতে কোচবংশীয় নৰনাৰায়ণ ৰজাই খনোৱা এটা ডাঙৰ পুখুৰী আছে। ইয়াৰ দীঘ পোৱা মাইলৰ কিছু কম, আৰু পুতল তাৰ আধা। ইয়াক খনোৱাৰ সময়ত কিবা বেলেগ নাম দিয়া হৈছিল যদি, সি বুৰঞ্জীৰ পাতত ওলাব পাৰে; কিন্তু, এই আখ্যানৰ সময়ত ইয়াৰ পৰিচয় "বৰ পুখুৰী" বুলি হে পোৱা গৈছিল।—বৰ ডাঙৰ দেখিয়েই হবলা', পুখুৰীটোৱে এই নাম পাইছিল। দুখৰ বিষয়, ইমান ডাঙৰ পুখুৰীটোত কৰিৰ চকুত তৃপ্তি দিবলৈ ৰঙা পদুম ফুলা নাই; আৰু তাৰ মাজে মাজে ধেমালি কৰি ফুৰিবলৈ ইয়াত ৰাজ-হাঁহো নাই।—মাত্ৰ চগাৰ চকুৰ তৃপ্তিৰ নিমিত্তে দল, পুনী ইত্যাদি পানীত হোৱা উদ্ভিদবোৰে হে সেই অভাৱ পূৰ্ণ কৰিছে। সিবোৰ যিকি নহক, এই পুখুৰীৰ পানী মানুহে খোৱাত ব্যৱহাৰ নকৰে; অকল ইয়াত মানুহে গা-মূৰ আৰু কাপোৰ আদি ধোৱে, আৰু গৰু-ম'হক পানী খুৱায়। মুঠতে, গাৱঁৰ বহুত পৰিমাণে মলি আহি এই পুখুৰীত ঠাই লয়। ইয়াৰ পাৰবোৰ পকা নহয়; আৰু উঠা-নমা কৰিবলৈ কোনো ঘাটৃঘটীও নাই।—পাৰবোৰ খহি যোৱাত উঠা-নমা কৰিবৰ সুবিধা হৈ উঠিছে। মাজখিনিৰ পানী অৱশ্যে দ।

পুখুৰীৰ ওচৰত মানুহৰ ঘৰ-দুৱাৰ নাই। পূবপাৰে কিছু দূৰত আম, নাৰিকল আদি গছৰ এখন এবা-বাৰী; দক্ষিণে খেতি-পথাৰ; পশ্চিমে মানুহৰ বসতি থকা এখন গাঁৱ; উত্তৰে তো চৰকাৰী আলি, কবই নালাগে।

ভোগালী বিহুলৈ দুদিন আছে। পুৱা; জুইৰ কাষ এৰি বাটৰুৱাই বাট মেলা দিছে। গাঁৱৰ মাজৰ আলিৰ মূৰবিলাকত মানুহে বহি ৰদৰ পিনে পিঠি পাতি দিছে। কোনো শহুৰ, ভাই-শহুৰ নথকা তিৰোতাই বাহী বন কৰি অঁতাই আলিৰ মূৰত গৈ পিঠি পাতি ৰদ পুৱাইছে, আৰু লগতে কেচুৱাকো পিয়াহ খুৱাইছে। গৰখীয়া লৰাই মেজিৰ কামত লাগিছে গৈ। ইপিনে, বেলিয়েও জাৰ কালিৰ আৱৰণৰপৰা মুকলি হৈ বৰ পুখুৰীৰ পূব পাৰে থকা এবা-বাৰীৰ আমগছৰ মাজেদি আহি ভুমুকি মাৰিছে। এনেতে চৰকাৰী আলিৰ উত্তৰ ফালৰ গাঁৱৰপৰা তিনিজনী তিৰোতা মানুহ বৰ পুখুৰীৰ পাৰলৈ খোজ ললে। তিৰোতা কেজনীৰ লগত আকৌ কেইজনী মান সৰু ছোৱালী। তাইহঁতৰ মূৰত একোটা তিতা কাপোৰৰ টোপোলা। তিৰোতাবোৰৰো বাওঁহাতৰ কাষ-লতিৰ তলত একোটা তেনেকুৱা কাপোৰৰ টোপোলা; আৰু সোঁ-হাতে দুজনীৰ হাতত একোখন বৰ পীৰা আৰু এজনীৰ হাতত এছটা পাট।—বুজিব লাগিব, তিৰোতা কেইজনীয়ে কাপোৰ ধুবলৈ পুখুৰীলৈ আহিছে।

এই কেজনীয়ে পুখুৰীৰ পাৰ পায়েই কাম আৰম্ভ কৰিছে, এনেতে পশ্চিম ফালৰ গাঁৱৰপৰা আকৌ দুজনী তিৰোতা আহি

লগ লাগিল। তাৰে এজনীৰ বয়স প্ৰায় কুৰি বছৰ; দেখিবলৈ কিছু শুৱনী। সাজ-পাৰৰপৰা অনুমান হ'ল, তিৰোতাজনী কিছু বিলাস-প্ৰিয়। মুৰত অৱশ্যে ওৰণি আছে। তিৰোতাজনীয়ে মাত লগালে,—"ৰূপহীৰ মাক বাই, আজি ৰাতি নৌ-পুৱাওঁতেই পুখুৰীলৈ আহিছা নে কি!"

এই কথাত আগেয়ে অহা এজনী তিৰোতাই মাত দিলে;—সম্ভৱ এই জনীয়েই ৰূপহীৰ মাক। তিৰোতাজনীৰ বয়স অনুমান ত্ৰিশ। কোনো কোনো অঙ্গত অতীত যৌবনৰ খোজ এতিয়াও বিচাৰিলে ওলায়। মুৰত কোনো ওৰণি নাই; গঢ়-গতিক দেখি বুজা যায়, তিৰোতাজনী কিছু পাতল মেজাজৰ। উত্তৰত তিৰোতাজনীয়ে কৈ উঠিল,—"এৰা, তইঁতৰ মুনিহবোৰৰ দৰে আমাৰবোৰ হলে সংসাৰত একঠা চাউল খাবই পাৰিলেঁ।-হেঁতেন! নেদেখিছ, দিনে-ৰাতিয়ে এখন্তেক বহিবলৈ নাপাওঁ; তথাপি তেওঁৰ চকুত আমি একোকে নকৰা হওঁ!"

প্ৰথম তিৰোতা—এৰা বাই, তোমালোকৰ মানুহজনেই তেনে। আমাৰ হলে একেবাৰেই তেনে নহয়, মাজে সময়ে অলপ স্বাধীনতাও দিয়ে।

ৰূপহীৰ মাকৰ স্বামীক নিন্দা কৰিবলৈ ৰূপহীৰ মাকৰ নিজৰ কিবা অধিকাৰ থাকিব পাৰে। কিন্তু, আনৰ স্বামীক নিন্দা কৰিবলৈ আনৰ তো কোনো অধিকাৰ নাই! সেইদেখি, এই কথাত ৰূপহীৰ মাকে ভাবৰ গতি সলাই লৈ উত্তৰ দিলে,—"দিব তো আই! তইঁতৰ হৈছে আজি কালিৰ বাবু ভৰপৰ গোন্ধ পোৱা

মানুহ ; সেইখিনি স্বাধীনতা নিদিলে তহঁত আধুনিক ডেকেৰী-বোৰে ভাল পাবি নে ?”

কথা-বতৰা চলি থাকোঁতে পশ্চিমৰ গাৱঁৰপৰা আকৌ দুজনী তিবোতা আহি পালে। এই দুজনীৰ ভিতৰত এজনীৰ বয়স কিছু কম ;—বাইশ-তেইশ। তিবোতাজনী বৰ্ডিয়াল। সম্বন্ধ বিচাৰি উলিওৱা তিৰোতাবিলাকৰ এটা ঘাই কাম। সিবিলাকে কাৰো সৈতে কোনো এটা সম্বন্ধ উলিয়াই লব পাৰিলেই আনন্দ পায়। এই তিৰোতাজনীও হেনো ৰূপহীৰ মাকৰ ভাই-বোৱাৰীয়েক ; আৰু সেই সূত্রে ৰূপহীৰ মাক সম্বন্ধত তিবোতাজনীৰ জেশাহু। তিৰোতাজনী আহিয়েই “কিহৰ তর্ক চলিছে আই ?” বুলি চলি থকা কথা-বতৰাত যোগ দিলে।

ৰূপহীৰ মাকে কিছু নিন্দা আৰু ফিতাহিৰ সুৰত উত্তৰ দিলে, —“নকবি আৰু, তহঁতবে কথা ওলাইছে !”

দ্বিতীয় তিৰোতা—কি কৰিলোঁ আমি ? আমাৰ কি জগৰ ?

ৰূপহীৰ মাক—তহঁতৰ বুলিলে অকল তোৰ আৰু তাইৰ কথাকে হে বুজ নে ?—তহঁতৰ নিচিনা আজি-কালিৰ বাবু-তিবোতাৰ কথা কৈছোঁ !

প্রথম তিৰোতা—এঃ ! ইমানখিনি পকাই থকাতকৈ আচল কথাটো পোনকৈ কলে নো তোমাৰ কি হানিটো হয় ?—আমি সেই বোৰ মেৰ-পাকত সোমাব নোৱাৰোঁ ; আমি পোন বুজৰ মাইকী।

ৰূপহীৰ মাক—তহঁতে জানো নাজান ?—আমাৰ হলধৰ চৌধাৰীৰ বোৱাৰীয়েকৰ কথা !

পশ্চিমৰ গাৱঁৰপৰা আগেয়ে অহা তিৰোতাৰ এজনীয়ে ইমান পৰে একো মতা নাছিল ; এতিয়া ৰূপহীৰ মাকৰ কথাত ঘপ্ কৰে মাত লগাই উঠিল, "পেহী, কি হল চৌধাৰীৰ বোৱাৰীয়েকৰ !"

ৰূপহীৰ মাক—এঃ আই, কি নো কবি ! আমিও এসময়ত ডেকেৰী আছিলোঁ ; আমিও শাহুৰ তলত বোৱাৰীগিৰি কৰিছিলোঁ ; এসময়ত আমিও মুনিহৰ অন্তৰৰ ভালপোৱা পাইছিলোঁ। সেই বুলি, আমি হলে আজি-কালিৰ বাবুগিৰি কৰা ডেকেৰীবোৰৰ দৰে নাছিলোঁ আই ! শুনা নাই নে চৌধাৰীৰ বোৱাৰীয়েকৰ কথা,—তৃণ-কুটা এডাল লাৰিলেই বোলে ভাগৰ লাগে !

তৃতীয় তিৰোতা—এৰা, সিদিনা আমাৰ লক্ষ্যেৰ আবুৱেকে শাহুৱেকৰ মুখৰপৰা শুনা বুলি কিছুমান কথা কলে তো। কিন্তু, সেইবোৰ সঁচা নে মিছা আমি হলে কব নোৱাৰিলোঁ। তোমালোক অৰশ্যে ঘৰৰ ওচৰৰ মানুহ, জানিব পাৰা।

ৰূপহীৰ মাক—নকবি ভনী ! আমাৰ নিচিনা ঘৰে-বাহিৰে কাম কৰি ফুৰা তো দূৰৰে কথা, ঘৰৰ ভিতৰতে ঢেঁকীত ধৰিব দিলে, অলপ পাচতে লাগে ভাগৰ ; বাহী বন কৰিবলৈ দিলে হয় আধা-পথৰা ; শালতো বৰ বেচি বহি থাকিব পাৰে যদি, এখনমান তামোল খাবৰ বেলি।—শাহুৱেকৰ তো মুখ নেমেলাকৈ ভাত ভিতৰলৈ নাযায় !

প্ৰথম তিৰোতা—কব নোৱাৰোঁ বাই ! আমি এদিন যাওঁতে আমাক বৰ আতো-পুতো কৰি বহিবলৈ দিলে ; আৰু লৰা-

লবিকৈ তামোল-পানৰ দিহা কৰি দি আমাক সুন্দৰৰূপে সোধ-পোছ কৰিলে। আমাৰ তো সেইবোৰ দেখি অনুমান নহল, যে ছোৱালীজনী কামত উতীয়া বা অসাঠন আৰু মানুহক সোধ-পোছ কৰিব নাজানে!

দ্বিতীয় তিৰোতা—ডাঙৰ মানুহৰ ঘৰৰ লেখা-পঢ়া জনা ছোৱালী; অসাঠন আৰু কেনেকৈ বুলিবা!

ৰূপহীৰ মাক—এঃ, থৈ দি তহঁতৰ লেখা-পঢ়া! লেখা-পঢ়া জনা ডাঙৰ মানুহৰ ঘৰৰ ছোৱালীবোৰে অকল চিঠি লেখিবলৈ শিকে, তামোল সজাই দিবলৈ জানে, আৰু খোৱাৰ যোগাৰখিনি কৰি দিব পৰা হয়। আন কামত হলে, "থম্ থম্ মদনগোপাল।"—আমাৰ নো সেইবোৰৰ দৰকাৰ কি? আমি চিঠি লেখিব নিশিকিলোঁ বুলি, ৰান্ধিব-বাঢ়িব আৰু আনক সোধ-পোছ কৰিব নাজানিলোঁ বুলি, আমাৰ নো আৰু দিন যোৱা নাই নে?

তৃতীয় তিৰোতা—তেনে কথা নকবা ভনী! আমি আৰু তেওঁবিলাকে সমান নে? তেওঁৰ গিৰিয়েক এজন হাকিম। গতিকে, তেওঁৰ দৰে ঘৈণীয়েকেও চলিব লাগিব। আমি দেখোন পুখুৰীলৈ কাপোৰ ধুবলৈ আহিছোঁ। তেওঁ বাৰু অহা নাই কিয়?

ৰূপহীৰ মাক—ইয়ালৈ আহিবলৈ তো কোৱা নাই; ঘৰৰ চাৰি বেৰৰ ভিতৰত থাকি তো কাম কৰিব পাৰি!—বেচেৰী শাহুৱেক জনীয়ে ইমান গালি-শপনি পাৰিও অলপো ভাল কৰিব নোৱাৰিলে!

প্ৰথম তিৰোতা—নহয় বাই, আমাৰে দোষ। আমাৰ নো কেইজনী তিৰোতাই বোৱাৰী বাৰ জানে? বোৱাৰী হ'ল বুলি নো তাইহঁতৰ শৰীৰত দুখ-কষ্ট, নবিয়া-পাবি অনুভৱ কৰিব পৰা শক্তি নাই নে? তাইহঁত বোৱাৰী হ'ল বুলি শিলৰ শৰীৰ তো আৰু হ'ব নোৱাৰে। নিজৰ গাতেই ভাবি চোৱাঁচোন। আমিও তো এদিন তেনেকুৱা বোৱাৰী আছিলোঁ;—আৰু কেতিয়াবা ন-বোৱাৰী ঘৰলৈ আহিলে, আমিয়ে আকৌ পীৰাত ঠেং পকাই বহিম! কাৰণ, তেতিয়া আমি শাহুৱেক।

ৰূপহীৰ মাক—শাহু-শহুৰৰ সুখৰ নিমিত্তে নহয় যদি বোৱাৰী নো কাৰ বাবে তেন্তে? বোৱাৰীৰপৰা শাহু-শহুৰৰ যদি সুখ নহ'ল, তেন্তে সেই বোৱাৰীক বিয়া নকৰোৱাই ভাল।

দ্বিতীয় তিৰোতা—তেনে হ'লে সেই বোৱাৰীক পুতেকলৈ বিয়া নকৰাই শাহু-শহুৰে নিজলৈ বিয়া কৰোৱাটো হে ঠিক! আমাৰ গাওঁৰ ভৰোৱা ভকতক দেখোঁ ৰামায়ণ-মহাভাৰতত পঢ়া শুনোঁ, হেনো সীতা আৰু সাবিত্ৰীয়ে গিৰিয়েকৰ লগত হাবি-লৈকেও গৈছিল। তেওঁলোকৰ নো ঘৰত শাহু-শহুৰ নাছিল নে?

তৃতীয় তিৰোতা।—মোৰ হ'লে ভনী, সেই ছোৱালীজনীৰ কোমল মুখখনিৰ ফালে চালেই দুখ লাগে। নতুনকৈ ঘৰলৈ অহা ছোৱালী; গিৰিয়েক থাকে বিদেশত। ঘৰতো কাৰোপৰা ভাল মুখৰ মাত নাপায়। মাক-বাপেকৰ ঘৰত যিদৰে আছিল, খাইছিল, চলিছিল, ইয়াত সেইদৰে নোৱাৰে। ইপিনে, গিৰিয়েকৰ কথা ভাবি থাকোঁতে থাকোঁতে মনৰ সুখ নাইকীয়া হৈ পৰিছে।

তাতে আকৌ ইয়াত যিবোৰ কাম কৰিব লগা হৈছে মাক-বাপেকৰ ঘৰত আগেয়ে সেইবোৰ কৰিব নলগা হোৱাত, তাৰ সমূলি অভ্যাস নাছিল। এনে অৱস্থাত, শাহুৱেকেই হক নাইবা ঈশ্বৰেই হক, ভাল কাম পাবলৈ আশা কৰিব পাৰে নে?

দ্বিতীয় তিৰোতা—মই হলে ছোৱালীজনীৰ গাত ৰূপৰ সমানে গুণ দেখোঁ। কিছুমান ডাঙৰ মানুহৰ ছোৱালীৰ একোটা ভেম থাকে; মানুহক প্ৰায় নামাতিবই খোজে। কিন্তু, মই দেখিছোঁ, ভূঞাৰ জীয়েকৰ সেইফেৰা নাই।—শাহুৱেকে ইমান কথা কয়, তথাপি মুখ তুলি কোনো দিন এটি কথা কোৱাও মই নেদেখিলোঁ।

প্ৰথম তিৰোতা—এঃ, হৈছে আই! থৈ দি সেইবোৰ কথা। আমি ইয়ালৈ আনৰ বোৱাৰীৰ দোষ-গুণ বিচাৰ কৰিব অহা নাই। এতিয়া অৱশ্যে কথা পাগুলিছ, পিচত তিলেই আকৌ তাল হৈ পাৰিব!

কথাই কোন পিনলৈ ঢাল লৈছে, বুজিব পাৰি, সামৰণিৰ সুৰত ৰূপহীৰ মাকে কৈ উঠিল,—"সঁচাকৈয়ে আই! বেলি ইপিনে ফৰ-ফৰকৈ হৈ আহিল, সিপিনে কাপোৰ হলে এতিয়াও আধাই ধোৱা হোৱা নাই!"

সকলো কেজনীয়ে বেচি মনোযোগেৰে নিজৰ নিজৰ কামত লাগি পৰিল।—ইয়াকেই বোলে "তিৰোতাৰ মেল, কলৰ ভেল।" সকলো কেজনীয়ে কানি-কাপোৰ ধুই পুখুৰীৰ পাৰত শুকাবলৈ মেলি দিয়াৰ পিচত গা ধুবলৈ ধৰিলে। গা অৱশ্যে নিতৌ ধোৱে;

কিন্তু, আজিৰ গা-ধোৱাৰ বিশেষত্ব আছে। বিহুৰ আগমনক অভ্যৰ্থনা জনাই আজি সকলো কেজনীয়ে গাই-মূৰে চাবন ঘঁহিছে। 'চাবন' শব্দৰ অলপ ব্যাখ্যাৰ আৱশ্যক হল। দহে সাধাৰণতে যিহক চাবন বোলে, অৰ্থাৎ যি চাবন বজাৰত বেচা-কিনা হয়,—বিলাতী, সেই চাবনে আমাৰ গাৱঁলীয়া তিৰোতাৰ চাৰিবেৰৰ ভিতৰতে ঠাই নাপায়। কোনোবা তিৰোতাই ইয়াক ব্যৱহাৰ কৰিলে, ঠাট্টা-উপলুঙাৰ হে পাত্ৰ হয়;—সেই তিৰোতা হেনো 'মেম' হয়! যাওক সিবোৰ কথা, তিৰোতা কেজনীয়ে খাৰ আৰু খলিহৈৰ পানীৰে গা-মূৰ ঘঁহি ধুই, শুকান কানি-কাপোৰ সলাই আৰু বাকীবোৰক সামৰি লৈ, আহোঁতে যিদৰে আহিছিল, সেইদৰেই উভতি গল।—ডুপৰীয়া পুখুৰীৰ পাৰ শূন্য হল।

---

## সপ্তম পৰিচ্ছেদ

"বৃদ্ধ যুবার প্রতপ্ত ও প্রমত্ত হৃদয়ে প্রবেশ
করিতে পারেন না—সে কেন হাসে, কেন
কাঁদে, সে কি উৎসাহে উৎসাহিত হয়, কি
দুঃখে দুলিয়া পড়ে, তিনি কোন দিন বুঝিয়া
থাকিলেও, এখন আর তাহা বুঝেন না,
কিংবা বুঝিতে চাহেন না।"

—কালীপ্রসন্ন ঘোষ

সংসাৰী জীৱনত প্ৰকৃত সুখ কোনেও ভোগ কৰিবলৈ নাপায়, ই প্ৰাকৃতিক নিয়ম। ৰজাই ৰাজসিংহাসনত বহি নিজক সুখী বিবেচনা কৰে; কিন্তু, যেতিয়া দায়িত্বপূৰ্ণ ৰাজকীয় বিষয়ৰ সমালোচনাত সোমায়, তেতিয়া তেওঁৰ মানত ৰাজসুখ অতি হেয়। এজন মানুহ দৌল সদৃশ ধনৰ অধিপতি হৈছে; অথচ, ইপিনে তেওঁ 'ক' আখৰটোৰ কাণ মোচাৰিবই নাজানে। তিৰোতা এজনীৰ গাত সকলো সজগুণ আছে; কিন্তু, দুখ লাগে, বিধাতাই তেওঁক ৰূপৰ মাধুৰীৰপৰা বঞ্চিত কৰিছে। মুঠতে দেখা যায়, পৃথিবীত কাৰো ভাগ্যত নিখুঁত সুখ নঘটে। সুখৰ লগত দুখ গাঁথা আছেই।

জগতৰ প্ৰাণীমাত্ৰেই নিয়তিৰ অধীন। গতিকে আমাৰ প্ৰতিমায়ো যে নিয়তিৰ হাত সাৰিব পৰা নাই, ই কোনো আশ্চৰ্য্যৰ বিষয় নহয়। নীলকমল ভূঞাৰ জীয়েক প্ৰতিমা এতিয়া অমূল্যৰ

সহধৰ্ম্মিণীস্বৰূপে তেওঁৰ গৃহশোভিনী। এওঁৰ মাক-বাপেকে মতা নাম পতিম। আমিও আগেয়ে এওঁক পতিম বুলিছিলোঁ।

প্ৰতিমা বাস্তৱিকে এটি প্ৰতিমাই। প্ৰতিমাৰ অঙ্গ-প্ৰত্যঙ্গাদিৰ সামঞ্জস্য প্ৰতিমাতেই হে দেখিবলৈ পোৱা যায়। প্ৰতিমাৰ বয়স এতিয়া ষোল্ল। শৰীৰৰ সকলো অঙ্গতে যৌবনৰ সৌন্দৰ্য্যই পূৰ্ণভাৱে প্ৰকাশ পাইছে। তেওঁ কোনো কবিৰ চকুত পৰাহেঁতেন, তেওঁৰ ৰূপলাৱণ্যৰ বিষয় বৰ্ণনা কৰিবলৈ লিখকে আজি কোনো কষ্ট নাপালেহেঁতেন ;—সেই কবিৰ বৰ্ণনাকে তেনেই ইয়াত তেওঁ তুলি দিব পাৰিলেহেঁতেন। আনপিনে, কবিৰ নিচিনাকৈ নহলে ৰূপৰ বৰ্ণনাই পাঠকক নুৰুচিব। গতিকে, পাল মৰা হিচাবে কবিগিৰি কৰি বৰ্ণনা দিব লাগিলে পাঠকে দেখিব,—প্ৰতিমাৰ বাহু দুটি যেন সহকাৰ তৰুক সাবটি ধৰিবলৈ ওলোৱা দুডালি মাধৈ মালতী। আঙুলিবোৰ দেখিলে ভ্ৰম হব, যেন মাধৈ লতাত চম্পাৰ পাকবিবোৰ লাগি আছে। উৰু দুখনে সোঁৱৰাই দিয়ে দুডালি বামকলৰ পুলিৰ কথা। তেওঁৰ গহীন-গম্ভীৰ খোজৰ ছেৱে ছেৱে নিতম্বদেশ লৰি উঠে ; তেনে সময়ত যেতিয়া আৰু তেওঁৰ বহল চুলিতাৰিৰ ক'লা আগটিয়ে এই নিতম্বপ্ৰদেশ চুই থাকে, সেই দৃশ্য যেন সোণত সুৱগা! ইপিনে আকৌ পূৰ্ণ যৌবনবশতঃ বুকুখনিৰ ভৰত, যেন ফলৱন্ত বৃক্ষৰ নিচিনাকৈ, শৰীৰৰ ওপৰ অংশ সমুখলৈ দোঁ খাব খোজে। মুখমণ্ডলৰ পিনে চালেই যি ৰূপৰ মাধুৰী চকুত পৰে, সিয়েই দৃষ্টিক এনেকুৱা কৰি তোলে যে, যিমানেই সেই মুখখনিৰ পিনে চাই থকা যায়,

সিমানেই ৰূপ বাঢ়িবলৈ হে ধৰে। ম'ৰাৰ পাখিটোক যি পিনৰ-পৰা চোৱা যায়, সিপিনৰপৰাই একোটা নতুন সৌন্দৰ্য্য আহি চকুত পৰে; প্ৰতিমাৰ সময়তো ঠিক তেনেকুৱা। ওৰণিৰ তলৰপৰা সিন্দূৰৰ ফোঁটে সৈতে কপালখনে যি শোভা প্ৰকাশ কৰিছে, দেখিলে ভাব হয়, যেন উষাকালৰ আকাশত প্ৰভাতী সূৰ্য্যৰ উদয় হব। গোলাপ ফুলটিক, তাৰ পাহিবোৰ সৰি যাবৰ ভয়ত, হাতৰ মুঠিত টানকৈ ধৰিবলৈ ইচ্ছা নহয়; প্ৰতিমাৰ গাল দুখনিত চকু পৰিলেও সেই ভাবেই মনলৈ আহে। এই সকলো-বোৰ সৌন্দৰ্য্যৰ সম্পূৰ্ণতা সাধন কৰিছে প্ৰতিমাৰ চকু দুটিয়ে;—সি দুটি যেন তৰা-বহা আকাশৰ তৰাৰ মাজত থকা দুটি নীলাংশ। সি দুটিৰ পিনে চকু গলে, চাই থাকিবৰ হে মন যায়; কিন্তু, কোনো কুভাব মনলৈ নাহে।—সি দুটি সম্পূৰ্ণ সৰলতা আৰু পৱিত্ৰ-তাৰ ভাব জ্ঞাপক। এক কথাত কব লাগিলে, প্ৰতিমা ষোড়শী।

নীলকমল ভূঞা আগেয়ে অইন কৰবাৰ মানুহ আছিল যদিও সেইটো আমি নাজানোঁ। এই আখ্যানৰ সময়ত হলে তেওঁক গুৱাহাটীতে ঘৰ-বাৰী কৰি থকা দেখা গৈছিল। তেওঁৰ ব্যৱসায় ওকালতি; আৰু বঙ্গিয়াৰ ওচৰত তেওঁৰ বহুত মাটিৰ এখন খাত আছিল। এই খাতৰপৰা গুৱাহাটীলৈ উভতি যাবৰ সময়ত আমি তেওঁক হলধৰ চৌধাৰীৰ ঘৰত দেখিছিলোঁ।

ভূঞা ডাঙৰীয়াৰ লৰাৰ ভিতৰত, একমাত্ৰ কেচুৱা লৰা বিপিন। তেওঁৰ দ্বিতীয় সন্তান, এজনী ছোৱালী, কেচুৱাতে ঢুকাইছে। প্ৰতিমাই তেওঁৰ প্ৰথম সন্তান। প্ৰথম বুলি, আৰু

আন কোনো লৰা-ছোৱালী নাই বুলি, মাক-বাপেকৰ সকলোখিনি মৰম-চেনেহ প্ৰতিমাই লাভ কৰিছিল। ভূগ্ৰন্থ ডাঙৰীয়াই জীয়েকক স্কুলত পঢ়িবলৈ দিছিল। প্ৰতিমা উচ্চ প্ৰাথমিক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত, কোনো স্কুলত নাম লগাই নিদি, পিতাকে তেওঁক মজলীয়া ইংৰাজী স্কুলৰ পাঠ্যবোৰ ঘৰতে পঢ়াইছিল। সেই সময়ত ছোৱালী-শিক্ষাৰ কোনো সুবন্দৱস্ত নথকাত নগৰৰ ভদ্ৰলোকৰ কোনোবাই ছোৱালীক লিখাপঢ়া শিকাব খুজিলে প্ৰায় এনেকুৱা উপায়কে অবলম্বন কৰিব লগাত পৰিছিল।

প্ৰতিমা ৰূপত যেনেকুৱা নিখুঁত প্ৰতিমা এটি, গুণতো ঠিক সেইদৰে নিপোটল। মাক-বাপেকৰ ঘৰত ছোৱালী হৈ থকা অৱস্থাতে প্ৰতিমাই বিবাহিত জীবনৰ দায়িত্ব বুজিব পাৰিছিল। তেতিয়া প্ৰতিমা বয়সত সৰু আছিল যদিও, জ্ঞান-বুদ্ধি আৰু বিবেচনাত বয়সিয়াল মানুহতকৈ কোনো গুণে সৰু নাছিল। বাৰ-তেৰ বছৰ বয়সত প্ৰতিমাৰ অকল চকুজুৰিয়ে হে ছোৱালীৰ পৰিচয় দিছিল। তাত বাহিৰে আন ঘৰুৱা কামত প্ৰতিমাক ছোৱালী বুলি ধৰিব পৰা নগৈছিল। কথা কোৱাৰ সময়ত আৱশ্যকীয় ভিন্ন অতিৰিক্ত কথা নকৈছিল ;—আৰু তাকো ধীৰ আৰু যুক্তিপূৰ্ণভাৱে হে। যি কামত লাগিছিল, তাত নিজৰ দায়িত্ব বুজি সেই কাম সুচাৰুৰূপে সমাধা নকৰাকৈ নেৰিছিল।—প্ৰতিমাই বুজিব পাৰিছিল যে, ভৱিষ্যতে তেওঁৰ ওপৰত যি দায়িত্ব-পূৰ্ণ গৃহ-কাৰ্য্যৰ ভাৰ পৰিব, তাৰ উপযোগী হবলৈ, আৰু তাৰ অভ্যাস কৰিবলৈ এয়েই উপযুক্ত সময় আৰু স্থান। এনেকুৱা

ভাবেই প্ৰতিমাৰ মনৰ বালিকাসুলভ ভাব আৰু উদাসীনতা দূৰ কৰিছিল। সেই বুলি প্ৰতিমাক মন-মৰা নাইবা অনুৎসাহী বুলি ধৰিলে, ভুল বুজা হব। প্ৰতিমাৰ মনত যে আনন্দ-উৎসাহ নাছিল, এনে নহয় ;—কথা আৰু কাৰ্য্যৰ মাজেদি প্ৰতিমাৰ মনত আনন্দ আৰু উৎসাহ ফুটি ওলাইছিল। মুঠতে কব লাগিলে, লৰা-ছোৱালীৰ অন্তৰ যেনেকুৱা পবিত্ৰ, প্ৰতিমাৰ অন্তৰৰপৰা সেই পবিত্ৰতা তেতিয়াও দূৰ হোৱা নাছিল। তাৰ পিচত হে আমি হঠাৎ এই ফুটন্ত ফুল পাহিত কীট সোমোৱা দেখিবলৈ পাওঁ ; আৰু তাৰ ফলত ফুল পাহিৰ অৱস্থা কেনেকুৱা দুখ লগা হৈ পৰিছিল, পাঠকে তাক বিয়াৰ ৰাতি লক্ষ্য কৰিব পাৰিছে।

প্ৰতিমাক আমি বশিষ্ঠাশ্ৰমত দেখাৰ পিচৰপৰা তেওঁৰ মনৰ আগৰ আহ্লাদ, আগৰ আনন্দ, আৰু আগৰ উৎসাহ নোহোৱা হৈ পৰিল। তেঁওৰ মনত এক উগুল-থুগুল ভাবৰ ঢৌ উঠি সকলো সুখ-শান্তি বুৰাই পেলালে।—সপোনত তেওঁ যাক দেখিছিল, তেওঁত বাজে তেওঁৰ মনে আন কাকো ভাবিবলৈ সক্ষম হোৱা নাছিল। তেওঁৰ মনত এক ধাৰণাই দৃঢ় হৈ পৰিছিল যে, সপোনত দেখা জনক স্বামীৰূপে পোৱাটো তেওঁৰ দুৰাশাত বাজে আন একো নহয়। আন পিনে, তেওঁৰ মন-প্ৰাণ আগেয়ে এজনক সঁপি দি এতিয়া আকৌ তাক ঘূৰাই আনে কেনেকৈ ?—তেওঁ যে সতীৰ সাঁচত গঢ়া! গতিকে, যি তেওঁৰ স্বামী হব, তেওঁৰ প্ৰতি প্ৰতিমাৰ অনুৰাগ জন্মাটো অতি অসম্ভৱ। সেয়ে হলে, তেওঁ অশান্তিৰে জীৱন নিয়াব লাগিব। এনেকুৱা ভাবৰ উত্তেজনাত

প্ৰতিমাই মনতে ঠিক কৰি লৈছিল যে, তেওঁৰ বিবাহিত স্বামীৰ লগত সাক্ষাৎ হোৱাৰ পিচত তেওঁ জীৱনান্ত কৰিব। সেই দেখি, বিয়াৰ পিচত প্ৰতিমাই কেতিয়া স্বামীৰ লগত দেখা-সাক্ষাৎ আৰু কথা-বতৰা হব পাৰিব, তাৰে অপেক্ষাত থাকিল।

প্ৰতিমাৰ বিয়া হৈ গল। উচিত সময়ত প্ৰতিমাৰ স্বামীৰ লগত সাক্ষাৎ হল। কিন্তু, কি আচৰিত! যি প্ৰতিমাই জীৱনৰ আশা পৰ্য্যন্ত এৰি পেলাইছিল, যাৰ কথা-বতৰাত অন্তৰৰ মৰ্ম্ম-স্পৰ্শী বেদনা প্ৰকাশ পাইছিল, খোৱা-লোৱা, পিন্ধন-উৰণত যি প্ৰতিমাই উদাসীনতাৰ পৰিচয় দিছিল, সেই প্ৰতিমাৰ আজি এনেকুৱা পৰিবৰ্ত্তন! স্বামীৰ লগত প্ৰথম সাক্ষাতৰ পিচতে যি প্ৰতিমাই জীৱনান্ত কৰিব বুলি সঙ্কল্প কৰিছিল, সেই প্ৰতিমাৰ আজি জীৱনৰ প্ৰতি ইমান স্নেহ! গাৰ পিন্ধা-উৰা সাজ-পাৰৰ প্ৰতি যত্ন নৰখা প্ৰতিমাই আজি কোনটো পোচাক পিন্ধিলে— কেনেকৈ পিন্ধিলে - মূৰটো ফণিয়াই কিৰূপে খোপাটো বান্ধিলে— ৰূপৰ মাত্ৰা আৰু চৰিব, তাতে হে মনোযোগ দিয়া হল। তদুপৰি স্বামীৰ লগত প্ৰথম সাক্ষাতৰ পিচত আৰু তেওঁৰ মুখ নেদেখিব বুলি প্ৰতিজ্ঞা কৰা প্ৰতিমাই আজি স্বামীৰ শুশ্ৰূষাত হে তৎপৰ হৈ উঠিল। অমূল্যৰ অনুপস্থিতিত প্ৰতিমাৰ ঘৰক জ্বলন্ত প্ৰদীপেও পোহৰ কৰিব নোৱাৰা হল। অমূল্য ঘৰত থাকিলে প্ৰতিমাৰ দুখেও সুখ, পৰিশ্ৰমেও জিৰণি, আৰু নাখালেও খোৱা হৈ উঠিল। প্ৰতিমাৰ অন্তৰত এতিয়া আনন্দই নধৰে। তেওঁৰ মন এতিয়া এনেকুৱা হৈ পৰিল, যেন অমূল্যৰ লগত নানা ৰকমৰ আলাপ-

আলোচনাতেই সময় নিয়াব। সেই বুলি গাৰ্হস্থ্য কামত প্ৰতিমাৰ শিথিলতা প্ৰকাশ নাপাইছিল। বৰং, যাতে স্বামীৰ মনত সুখ আৰু আনন্দ দি, তেওঁৰপৰা শলাগ আৰু প্ৰশংসা লাভ কৰিব পাৰে, তাৰ নিমিত্তে সদায় মনত সম্পূৰ্ণ উৎসাহ আৰু স্ফুৰ্ত্তি ৰাখি সকলো কাম কৰিছিল। অলপ কথাতে কব লাগিলে, হাত মেলি সৰগখন ঢুকি পোৱা মানুহৰ অৱস্থা যেনে হয়, প্ৰতিমাৰ অৱস্থাও তাতকৈ কোনো গুণে বেলেগ হোৱা নাছিল।

মানুহৰ জীৱনত কত যে পৰিবৰ্ত্তন আছে, তাৰ লেখ-জোখ নাই। আৰু কেতিয়া কাৰ কিৰূপ পৰিবৰ্ত্তন ঘটিব, তাকো কোনেও কব নোৱাৰে; এনে কি, তাক নিজেও মনতে কল্পনা কৰিবলৈ অক্ষম। শ্ৰীৰামচন্দ্ৰৰ মহিষী, দশৰথ ৰজাৰ বোৱাৰী, সীতা দেবীয়ে কোনো দিন ভাবিছিল নে যে, স্বামীয়ে তেওঁক ত্যাগ কৰিব? নাই, বেউলাই ভাবিছিল, কেনেকৈ তেওঁ স্বামী লখিন্দাৰৰ মৰা-শটোক পুনৰ জীয়াই আনিব? জীৱনৰ পৰিবৰ্ত্তন বৈ যোৱা নদীৰ গতিৰ নিচিনা। তাৰ আগত কোনো হাক-বাধা নৰজে। সেই গতিকেই আজি প্ৰতিমাৰ জীৱনৰ পৰিবৰ্ত্তন পাঠকৰ চকুত পৰিছে।

প্ৰতিমাৰ মনৰ এই পৰিবৰ্ত্তন দুই প্ৰকাৰে হব পাৰে। প্ৰথম, প্ৰতিমাই বিয়াৰ আগতে স্বামীৰ সাক্ষাতৰ পিচত জীৱনান্ত কৰিবলৈ যি প্ৰতিজ্ঞা কৰিছিল, মনৰ দুৰ্ব্বলতা হেতুকে সেই প্ৰতিজ্ঞাৰ পৰা এতিয়া পিছলিল;—পূৰ্ণ যৌবনৰ সুখসম্ভোগৰ তুলনাত জীৱন-বিসৰ্জ্জন অতি হেয় হৈ পৰিল। দ্বিতীয়, স্বামীৰ লগত সাক্ষাৎ হোৱাত প্ৰতিমাই চিনি পালে যে, তেওঁকেই তেওঁ সপোনত

দেখিছিল। সপোনত আদৰ পোৱাৰ নিচিনাকৈ, অমূল্যৰ স্নেহত প্ৰতিমা এতিয়া বুৰ গল। প্ৰতিমাৰ অন্তৰপ্ৰবাহ যিহলৈ লক্ষ্য কৰি বৈছিল, তাতেই এতিয়া পৰিলহি।

সম্ভৱ প্ৰতিমাৰ এই পৰিবৰ্ত্তনৰ মূল কাৰণ পিচৰটো হে, আগৰটো নহয়। কাৰণ, প্ৰতিমাৰ মন সিমান দুৰ্ব্বল নাছিল যে, প্ৰতিমাই কথা এৰিব। তেনে হোৱাহেঁতেন প্ৰতিমাক আমি চকুলোৰে বিয়াহ-বন্ধনত সোমোৱা নেদেখিলোঁহেঁতেন।

সি যি হক, প্ৰতিমাৰ জীৱনত আৰু এক পৰিবৰ্ত্তন আহিল। প্ৰতিমা এতিয়া বোৱাৰী ;—কালক্ৰমে ঘৰঘৈণী হব লাগিব। প্ৰতিমা এতিয়া মাকৰ ঘৰত থকা ছোৱালী নহয়। মাকৰ ঘৰত থকাত প্ৰতিমাৰ যি দায়িত্ব নাছিল সি আহি এতিয়া কান্ধ চাপিছে। মাকৰ ঘৰত ভোগ কৰা স্বাধীনতাও প্ৰতিমাই এতিয়া হেৰুৱালে। স্বামীৰ অধীন হোৱাৰ বাহিৰেও প্ৰতিমাই এতিয়া শাহুৱেক আৰু শহুৰেকৰ হে বিশেষ অধীন। প্ৰতিমাৰ ওপৰত অমূল্যৰ যিমানখিনি শাসন নাখাটে, শাহুৱেক আৰু শহুৰেকৰ তাতকৈ বেচি শাসন প্ৰতিমাৰ ওপৰত খাটে। প্ৰথম অৱস্থাত প্ৰতিমাই অসুবিধা নাইবা বেচি কষ্ট পায় বুলি যিবোৰ কাম অমূল্যই প্ৰতিমাৰপৰা পূৰাকৈ আদায় কৰিবৰ ইচ্ছা নকৰে, শাহুৱেক আৰু শহুৰেকে তাক সোতৰ অনাই আদায় কৰিবৰ চেষ্টাত থাকে। তদুপৰি সেই কামবোৰত অলপ খুঁত ওলালেই প্ৰতিমাৰ মাক-বাপেকৰ লগতে তেওঁলোকৰ চৈধ্য পুৰুষৰ মুখতো পিণ্ড পৰে।

নগৰীয়া ছোৱালী,—কোনো দিন ঢেঁকীত ভৰি দিয়া নাই ;

এতিয়া প্ৰতিমাই ধান বানিব লাগে। আগৰ অভ্যাস নোহোৱাৰ কাৰণে প্ৰতিমাৰ অলপতে ভাগৰ লাগে; কিন্তু, তাক প্ৰকাশ কৰিলেই শাহুৱেকৰ কঠুৱা মাত আৰু ননন্দেকৰ কেটেৰ-জেঙেৰ মাত শুনিব লাগে। চাউলৰ লগত ধান থাকিলে, নাইবা চাউল নিকা নহলে, নীলকমল ভূঞাই নানা তৰহৰ অসংখ্য নাম পাব। পুৱা বাহী চোতালত বাঢ়নী ধৰিব লাগে প্ৰতিমাই; কাৰণ প্ৰতিমা নবোৱাৰী। আৰু তাতো যদি কৰবাত কিবা এডাল তৃণ-কুটা থাকিল, নাইবা বাঢ়নী ধৰোঁতে ঠিক নহল, কিম্বা কৰবাত গম নোপোৱাকৈ বাঢ়নীৰ কাঠী এডাল সৰি পৰিল, তেন্তে প্ৰতিমাই পিতাক-মাকৰ অসংখ্য জাত-কীৰ্ত্তন শুনিব লগাত পৰে। ইপিনে আকৌ, প্ৰতিমাই অমূল্যৰ লগত কথা-বতৰা পাতিলে, নাইবা অমূল্যই থকা ঘৰত বেচি সময় থাকিলে, প্ৰতিমাৰ ওপৰত শাহুৱেকৰ শাসন চলিল।—প্ৰতিমাই তেতিয়া শাহুৱেকৰ মিঠা মুখৰ আশীৰ্ব্বাদ দুই চাৰিটা শুনিবলৈ পায়। কাৰণ, গিৰিয়েকৰ লগত ঘৈণীয়েকে কথা পাতিলে, সেই ঘৈণীয়েক আৰু সতী নহয়,—বেশ্যা; গিৰিয়েকৰ শোৱা ঘৰত ঘৈণীয়েক সোমালেই আৰু ঘৈণীয়েক দুশ্চৰিত্ৰা হয়;—ইত্যাদি। অমূল্যই বুজিছিল যে, তেওঁ যেনেকুৱা ৰুচিৰ মানুহ, প্ৰতিমাও যদি তেনে নহয়, তেন্তে স্ত্ৰীৰপৰা তেওঁৰ জীৱনত কোনো সুখ নহব। তেওঁৰ আকৌ ভাব আছিল, বস্তুটোৰ লগত ইয়াৰ ছাঁটোৰ যেনেকুৱা সম্বন্ধ—বস্তুটোৱে যি কৰে ছাঁয়ো ঠিক তাকেই কৰে—স্বামীৰ লগত স্ত্ৰীৰ সম্বন্ধও ঠিক তেনেকুৱা।—সেইবাবেই স্ত্ৰীক সহধৰ্ম্মিণী বোলা হয়।

সেইবোৰ কাৰণেই অমূল্যৰ মতলব হৈছিল, প্ৰতিমাক নিজৰ জীৱনৰ উপযোগী কৰি শিক্ষা দি তোলা; আৰু প্ৰতিমাৰো চেষ্টা আছিল, সকলো বিষয়ে স্বামীৰ মনোমত হৈ উঠা, আৰু স্বামীৰ জীৱনত সহায়ৰ উপযোগী হোৱা। কিন্তু, প্ৰতিমাৰ তেনেকুৱা কাৰ্য্য দেখিলে তেওঁৰ ওপৰত শাহুৱেক আৰু শহুৰেকৰ গালিৰ জাউৰি পৰিছিল।—আজৰি সময়ত প্ৰতিমাই কোনো কিতাপ আদি পঢ়িবলৈ ললে, শাহুৱেকে চকু পকাই উঠে;— হেনো কিতাপ পঢ়িব পৰা তিৰোতাবোৰ অসতী। কেতিয়াবা কাগজ-কলম হাতত ললে প্ৰতিমাই তিৰোতা গুচি মতা হয়; কাৰণ, লিখা কামটো মতা মানুহৰ হে! সিপিনে আকৌ কোনো এখন বস্তু নষ্ট হলে, নাইবা অযত্নত পৰি থাকিলে, জগৰটো আহি লাগে প্ৰতিমাৰ গাত।—প্ৰতিমাই যে সৰ্ব্বঘৈণী হব লাগিব! কোনো খোৱা-বস্তু ঘৰৰপৰা নাইকীয়া হলে, চোৰ হব লাগে প্ৰতিমাই। কাৰণ, প্ৰতিমা ন-বোৱাৰী।

প্ৰতিমা ৰূপত যেনেকুৱা প্ৰতিমা, গুণতো সেইদৰে লক্ষ্মী। শাহুৱেক-শহুৰেকৰ গালি-শপনি আৰু ননন্দেকৰ হেকেনা-গেজেনাৰ ওপৰত প্ৰতিমাই মুখেৰে বাৰ নাকাঢ়িছিল। নিজৰ বলে-বুদ্ধিয়ে যিখিনি কাম কৰিব পাৰে, তাক কোনো ওজৰ-আপত্তি নোহাৰাকৈ কৰি গৈছিল। প্ৰতিমাই বুজিছিল যে, কাম কৰিব নোৱাৰিলে শাহুৱেকৰ যিখিনি গালি খাব, কামত দোষ ওলালেও গালিৰ মাত্ৰা সিমানেই থাকিব; তেনেস্থলত, তাৰ ওপৰত মাত দিলে প্ৰতিমাৰ আৰু এটা জগৰ বেচিকৈ হে

লাগিব। আনপিনে, কথায়-অকথায়, হকে-নাহকে উপৰিস্থ জনৰ গালি শপনি লগা থকাত প্ৰতিমাৰ মনৰ সুখ-শান্তি, আনন্দ-আহ্লাদ সকলোবোৰ টুটি যাবলৈ ধৰিলে। ক্ৰমে ক্ৰমে প্ৰতিমাৰ মনৰ আগৰ উৎসাহ নাইকীয়া হৈ পৰিল। অনেক সময়ত প্ৰতিমাই কামৰ প্ৰতি শৈথিল্য প্ৰকাশ কৰা হল; আৰু গা অসুখ বুলি কৈ অনেক সময়ত প্ৰতিমাই শোৱা ঘৰৰপৰা নোলোৱাত পৰিল।

প্ৰতিমাৰ জীৱনত আকৌ এনেকুৱা পৰিবৰ্ত্তনৰ কাৰণ কি?—তাৰ কাৰণ অৱশ্যে আমিও নাজানোঁ; অকল জানে প্ৰতিমাই হে। কাৰণ, প্ৰতিমাই এনেকুৱা কাকো লগ পোৱা নাছিল, যাৰ আগত তেওঁ নিজৰ অন্তৰৰ ব্যথা প্ৰকাশ কৰিব পাৰে।—গিৰিয়েকো বিদেশত। গিৰিয়েক ঘৰত থকাহেঁতেন প্ৰতিমাৰ এনেকুৱা পৰিবৰ্ত্তন কিজানি নহলেইহেঁতেন। কাৰণ, আমি আগতেই দেখিছোঁ, প্ৰতিমাৰ অন্তৰপ্ৰবাহত উটি যোৱা অসুখ-অশান্তি, চিন্তা-উদ্বিগ্নতা অমূল্যৰ জীৱন-প্ৰবাহত মাৰ গৈছিল। শাহু-শহুৰ-ননন্দেও ইপিনে প্ৰতিমাৰ পৰিবৰ্ত্তন হে লক্ষ্য কৰিছে, কিন্তু সেই পৰিবৰ্ত্তনৰ মূল কি, তাক হলে জনা নাই;—এনে কি, জানিবৰ চেষ্টাও কৰা নাই। মাত্ৰ তেওঁবিলাকে ধৰি লৈছে, ছোৱালী অহঙ্কাৰী—বিলাসী—এলেহুৱা। তেওঁবিলাকে ইমান শাসনত ৰাখিও ছোৱালীক সজ কৰিব নোৱাৰাত—অৱশ্যে তেওঁ-লোকৰ মতে—সকলো দোষ শেষত অমূল্যৰ ওপৰতে থাপিলে।—অমূল্যই হেনো তিৰোতাক গালি নাপাৰে—নামাৰে, বৰং লাই হে দিয়ে। তেতিয়া মাক-বাপেকৰ মনত অমূল্যয়ো চুৱা গল।

কাৰণ, অমূল্যই ইংৰাজী শিক্ষা পাইছে—তিৰোতাৰ বশ হৈ পৰিছে। আৰু ইপিনে, তিৰোতায়ো লিখা-পঢ়া শিকি অসতী, অবাধ্য আৰু গৰ্ব্বিণী হৈ উঠিছে। মুঠতে, প্ৰতিমাৰ লগতে অমূল্যয়ো এতিয়া পিতাক-মাকৰ ঘৃণা আৰু অশ্ৰদ্ধাৰ ভাজন হৈ উঠিল। প্ৰতিমাৰ প্ৰতি হলধৰ-শীতলাৰ যি বিৰাগ জন্মিছিল, সি এতিয়া অমূল্যৰ ওপৰত প্ৰতিফলিত হল। অমূল্যৰ পদে পদে এতিয়া দোষ তেওঁবিলাকৰ চকুত পৰিবলৈ ধৰিলে।—ভ্ৰমৰ কুঁৱলীৰ মাজেদি তেওঁলোকৰ দৃষ্টি অদূৰগামী হল।

ভ্ৰম, তোৰ নিচিনা কুৎচিৎ বস্তু সংসাৰত নাই! তই কৰিব নোৱাৰা কাম সংসাৰত অতি কম। সংসাৰী লোকক লৈ তই কি খেলা খেলা নাই!—সোদৰ ভ্ৰাতৃস্নেহৰ বন্ধন উচ্ছেদ হয়,—তাৰ মূলতে তই। অন্তৰৰ অতি গোপনীয় কথা ভাবিব নোৱাৰা দুই বন্ধুৰ মাজত বিচ্ছেদ ঘটে,—মাত্ৰ তোৰ পোষকতাত। স্বামী ধন, স্বামী জন, স্বামী পুত্ৰ, স্বামী কন্যা, স্বামী সুখ, স্বামী দুখ, স্বামীয়ে তপ, আৰু স্বামীয়ে জপ—এনেকুৱা সতী আৰু পতিব্ৰতা স্ত্ৰীৰ জীৱনৰ সুখত কণ্টক হই স্বামীয়ে যে অন্য কামিনীৰ পূজা পাবলৈ উধাও হয় সিও তোৰে হে মাহাত্ম্য। তোৰ এনেকুৱা শক্তিৰ বলতেই পিতাপুত্ৰৰ মাজত কত বিবাদ হয়, কত সোণৰ সংসাৰ ভাগি উচ্ছন যায়, আৰু কত ৰাজ-শক্তিৰ অধোগমন হয়, তাৰ লেখ কৰা নাযায়।

সি যি হক, পাঠক, আপোনাক যেন ভ্ৰমে নোছোৱে। আপুনিও যদি সেই পিশাচৰ হাতত পৰে, তেন্তে সি আপোনাৰো অনিষ্ট নকৰি নেৰে।

# অষ্টম পৰিচ্ছেদ

"বৃদ্ধৌ চ মাতাপিতৰৌ সাধ্বী ভাৰ্য্যা সুতঃ শিশুঃ
অপকাৰ্য্য শতং কৃত্বা ভৰ্ত্তব্যা মনুৰব্ৰবীৎ।"

—মনু

শাওন মাহৰ এদিন। বাৰিষাৰ ধৰ্ম্ম ৰক্ষা কৰিবলৈ মাজে সময়ে বৰষুণ হৈ আছিল যদিও, সিদিনা পুৱাৰপৰা দিনটো ভালেই আছিল। শেষত আবেলি চাৰিটা বজাত কৰবাৰপৰা এজাক বৰ ডাঙৰ বৰষুণ আহিল। প্ৰায় দুঘণ্টামানৰ পিচত বৰষুণ এৰিল। বেলি তেতিয়া সন্ধ্যা লাগোঁ লগোঁ হৈছে। নগৰৰ আলিবোৰত মানুহৰ সংখ্যা বেচি দেখা নাযায়। মাত্ৰ, গধূলি বেলিকাৰ জুৰ বতাহ লৈ ঘৰ-মুৱা হৈ খোজ লোৱা দুই চাৰিজন ভদ্ৰলোক আৰু স্কুলীয়া লৰা ঠায়ে ঠায়ে চকুত পৰে। এনে সময়ত এজন বিলাতী সাজ-পাৰ পিন্ধা বাবু আহি উত্তৰ লক্ষীম-পুৰৰ এক বঙলাত সোমাল। তেওঁৰ সাজ-পাৰ প্ৰায় তিতিছে। বঙলাৰ ভিতৰত লেম্প জ্বলা আছিল; তাৰ পোহৰত কানি-কাপোৰ সলাই থৈ হাত-ভৰি ধুই আৰাম-চকীখনত বহি জিৰাইছে মাত্ৰ, এনেতে আন এজন দেশী সাজ-পাৰৰ বাবু বঙলাৰ ভিতৰলৈ সোমাই আহি চকী এখন টানি নি বহাৰ লগতে মাত লগালে,—"কি হে অমূল্য! আজি কৰবালৈ গৈছিলা নে কি?"

অমূল্যাই উত্তৰ দিলে,—"নকৰা ভাই, আজি বৰ কষ্ট পালোঁ।

দিনটো ভাল থকা দেখি অলপ ফিল্ডৰ কাম কৰিবলৈ গৈছিলোঁ। পিচত এই বৰষুণ জাক মোৰ ওপৰতেই গল। বৰষুণত তিতি-বুৰি গাটো কিবা কেনেবা-কেনেবা যেন লাগিছে।—জ্বৰেই উঠে যেন পাইছোঁ।"

এই নবাগত বাবুজন অমূল্যৰ লগত একে লগে পঢ়া কলেজৰ বন্ধু। এওঁৰ নাম তিলকেশ্বৰ শইকীয়া। এওঁৰ ঘৰ এই নগৰতেই। এওঁ ইয়াৰ স্থানীয় উচ্চ ইংৰাজী স্কুলত মাষ্টাৰি কৰে। অমূল্যৰ লগত এওঁৰ আগৰেপৰা বন্ধুত্ব আছিল দেখি, মাজে সময়ে এওঁ এইদৰে অমূল্যৰ ওচৰলৈ আহে, আৰু অমূল্যয়ো এওঁৰ ঘৰলৈ যায়। অমূল্যৰ কথাৰ উত্তৰত এওঁ কৈ উঠিল,—"এৰা, আমাৰ গাবোৰ আৰু কিবা হে হৈ পৰিল। সামান্য পৰিশ্ৰমতেই ভাগৰি পৰে। আমাৰপৰা নো আৰু কি ডাঙৰ কাম আশা কৰিব পাৰি?"

অমূল্য—নকবা দেও, মোৰ আৰু ভাত বন্ধাটো হে ডাঙৰ কাম হৈ পৰিছে। এতিয়া এনেকুৱা গাৰে ভাতকে ৰান্ধোঁ, নে কি কৰোঁ? ইপিনে, যেনেকুৱা ভোক লাগিছে, দুটা নাখালেও নচলিব। এই ভাই, প্ৰবাসী মানুহৰ এইবোৰেই হে বিপদ!

তিলক—মই তোমাক আগতে কৈছিলোঁ নহয়, যে তোমাৰ ঘৈণীয়েৰাক ইয়ালৈ লৈ আহাঁ! তেনেহলে তো আজি তোমাৰ এনেকুৱা কষ্ট নহলহেঁতেন।

অমূল্য—এৰা ভাই, মোৰ বান্ধনিজন থকাত মই বিশেষ কোনো কষ্ট পোৱা নাছিলোঁ। কিন্তু, সি গুচি যোৱাৰপৰা হে মোৰ অসুবিধা হৈ উঠিছে।

তিলক—যিয়েই নোবোলা, তিৰোতাৰ শুশ্ৰূষাৰ সমান আন কাৰো শুশ্ৰূষা হব নোৱাৰে। তোমাৰ ঘৈণীয়েৰাই তোমাক যিমান নিজৰ বুলি ভাবিব, তোমাৰ চাকৰ-বাকৰ, ৰান্ধনি-বাঢ়তি কোনেও তোমাৰ নিমিত্তে সিমান নাভাবে। তোমাৰ ঘৈণীয়েৰাই তোমাৰ পিন্ধা-উৰা, খোৱা-বোৱা সকলো বিষয়তে যিমান যত্ন আৰু লক্ষ্য ৰাখে, তোমাৰ চাকৰ-বাকৰৰ কোনোবাক সিমানখিনি ৰখা দেখা নে? সিহঁতে যে তোমাক শুশ্ৰূষা কৰে, স্বাৰ্থত বন্দী হৈ হে! কিন্তু, তিৰোতাৰ নিঃস্বাৰ্থ শুশ্ৰূষাৰ নিমিত্তেই নে কি, তিৰোতাৰ গাত এনেকুৱা এক শক্তি আছে যে, খন্তেকৰ ভিতৰতে ই সকলো দুখ-কষ্ট নাইকীয়া কৰি তোলে।

অমূল্য—এইখিনি কথা, ভাই, তুমি ঠিকেই কৈছা।

তিলক—আৰু শুনা,—অশেষ পৰিশ্ৰমত ক্লান্ত হৈ অহাৰ পিচত তোমাৰ শ্ৰীমতীৰ মৌসনা সুবদি মাত কাণত পৰিলে তোমাৰ গা যিমানখিনি জুৰ পৰিব, আৰু তুমি যিমানখিনি সুখ পাবা, আগে-পাচে দুখন ইলেক্ট্ৰিক্ ফেনেৰে (electric fan) বিচিও তুমি সিমানখিনি সুখ নাপাবা। আনপিনে, তুমি টকা ভাঙিব লাগে ভাঙিছা, তোমাৰ চাকৰে তোমাৰ আহাৰ প্ৰস্তুত কৰিব লাগে, কৰিছে; কিন্তু, ৰন্ধা-বঢ়াত ভালেই হয় নে বেয়াই হয়, খৰচ অপৰিমিত হয় নে নিয়মিত হয়, তালৈ তো সিহঁতৰ ভ্ৰূক্ষেপ নাই! তোমাৰ ঘৈণীয়েৰা লগত থাকিলে হলে দুয়ো পিনেই লক্ষ্য ৰাখিব।

অমূল্য—ভাই তিলক, এইবোৰ অৱশ্যে মই আগতেই

বুজিছোঁ। কিন্তু, মোৰ ঘৈণীক মোৰ লগলৈ আনিলে, সিপিনে যে আকৌ পিতা-আইৰ অসুবিধা হয়!

তিলক—অৱশ্যে, অসুবিধা হয় সঁচা। কিন্তু অকল মাক-বাপেকৰ অসুবিধা দূৰ কৰিবৰ নিমিত্তেই যে মানুহৰ বিবাহ হয়, এনে তো নহয়। তুমি এতিয়া তোমাৰ আই-বোপাইৰ অসুবিধা দূৰ কৰিবৰ নিমিত্তে যিখিনি ভাবিছা, তোমাৰ অসুবিধা দূৰ কৰিবৰ নিমিত্তেও তেওঁলোকে সিমানখিনি ভবা কৰ্ত্তব্য।

অমূল্য—নহয় ভাই, তেওঁলোকক নভবা বুলিব নোৱাৰা, ভাবিছে; কিন্তু ভাবিয়েই বা কৰিব কি?—আমাৰ সমাজত তিৰোতাক লগে লগে লৈ বিদেশত চাকৰি কৰাটো যে নিন্দাৰ বিষয়, সিয়ে হে মক্কিল ঘটাইছে।

তিলক—অৱশ্যে এই দস্তুৰক আমাৰ সমাজত নিন্দা কৰে; গাৱঁৰ সমাজত ই আৰু বেচি নিন্দনীয়। কিন্তু, ধৰিব লাগিলে, ই এটা আমাৰ সমাজৰ কুসংস্কাৰ। এই কুসংস্কাৰবোৰ দূৰ কৰাও তো আমাৰ কৰ্ত্তব্য। আৰু এইবোৰ বিষয়ত আমিয়েই যদি আদৰ্শ নহওঁ, তেন্তে সংস্কাৰ হব কেনেকৈ? তুমি তো জানাই, necessity is the mother of invention—আৱশ্যকতাই উদ্ভাৱন আনে। আগৰ কালত আমাৰ মানুহবোৰ আজি কালিৰ নিচিনা চাকৰিজীৱী নাছিল;—ঘৰতে থাকি কৃষিবাণিজ্য চলাইছিল। কাজেই, তিৰোতাক ঘৰৰপৰা উলিয়াই নিনিয়াকৈয়ে কাম চলিছিল। আৰু দুই চাৰিজনে জিলাই-নগৰে চাকৰি কৰিছিল যদিও, ঘৰতে থাকি। সেই দেখি, তিৰোতাক বিদেশলৈ নিয়াৰ

কোনো প্ৰয়োজন হোৱা নাছিল। ইয়াৰপৰাই সমাজত দস্তুৰ হৈ পৰিছিল,—তিৰোতাক বিদেশলৈ উলিয়াই নিব নাপায়। আৰু কোনোবাই নিয়ে যদিও, সমাজৰ মতে, তেওঁৰ আবুৰ নষ্ট নয়। কিন্তু, জগত পৰিবৰ্ত্তনশীল হলে সমাজৰ ৰীতি-নীতিৰো পৰিবৰ্ত্তন আছে। আজি-কালি বিদেশত চাকৰি কৰা মানুহৰ সংখ্যা বাঢ়িল যেতিয়া, আৰু তিৰোতাক লগত নৰখাকৈ চলাটো সুবিধাজনক হৈ নুঠে যেতিয়া, সেই দস্তুৰ আমাৰ সমাজৰপৰা এতিয়া উঠি যাব লাগিব।

অমূল্য—তোমাৰ যুক্তিৰ ময়ো সমৰ্থন কৰোঁ। এইবোৰ কথা যে ময়ো ভবা নাই, তেনে নহয়। কিন্তু, অকল ভাবিলেই হব কি? আমাৰ গাৱঁলীয়া সমাজ নগৰৰ সমাজতকৈ বহুত অনুৰ্ব্বৰ। আগেয়ে তাক উৰ্ব্বৰ কৰি নোলোৱাকৈ সংস্কাৰৰ বীজ সিঁচিলে অভিলষিত ফল পোৱা নাযায়। আকৌ এইটোকো মই স্বীকাৰ কৰোঁ যে, যাৰ প্ৰতি প্ৰকৃত ভালপোৱা থাকে, তাক কেতিয়াও কোনো কথা লুকাব নালাগে; আৰু সেই জনক সদায় চকুৰ আগত ৰাখিব লাগে। চকুৰ আঁৰ হলেই ভাবৰ বিপৰ্য্যয় ঘটি সেই নিখুঁত ভালপোৱাত আঘাত দিব পাৰে।

অমূল্যৰ কথা শেষ হলত তিলকেশ্বৰে "ৰাতি হল" বুলি, আৰু "বহুতো স্কুলৰ কাম আছে" বুলি কৈ, যাবলৈ উঠিল। কিন্তু, অনুমান হল, তেওঁৰ ইয়ালৈ অহাৰ ঘাই উদ্দেশ্য যেন সমাধা হোৱা নাই।তেওঁ কিবা কথা কবলৈ যেন মন কৰে, অথচ মুখত কথা ফুটি নোলায়। শেষত "কালিলৈ গধূলি এবাৰ আমাৰ ঘৰলৈ যাবা; অলপ কথা আছে," বুলি কৈ তিলকেশ্বৰ ওলাই গল। অমূল্যয়ো

আৰাম-চকীখনৰপৰা উঠি কাম কৰা মেজখনৰ ওচৰলৈ গৈ বহিল ; আৰু সিদিনাৰ ডাক খুলিবলৈ ধৰিলে। ডাকবোৰ অমূল্যাই এখন এখনকৈ খুলি গৈছে, আৰু ওপৰে ওপৰে একো বাৰ চাই এফলীয়াকৈ থৈ গৈছে। এইদৰে শেষত এখন সৰু খামৰ আৰু ওপৰত তেওঁৰ নিজ নামৰ ঠিকানা লিখা চিঠি এখন চকুত পৰিল। হঠাৎ অমূল্যৰ মুখ শেঁতা পৰিল,—মুখত এক গভীৰ আশ্চৰ্য্যযুক্ত ভাবৰ বিৰিঙনি প্ৰকাশ পালে। চিঠিখন তেওঁ হাতেৰে তুলি ললে ; ওপৰৰ আখৰ কেইটা দেখিয়েই কাৰ হাতৰ লেখা তেওঁৰ বুজিবলৈ বাকী নাথাকিল। উদ্বিগ্ন চিত্তে অমূল্যই ইয়াক খুলিলে। দেখে, ভিতৰত এক দীঘলীয়া কৰলিপি ! ইয়াক তেওঁ পঢ়িবলৈ লাগিল—

"প্ৰাণাধিক,

"আজি এবছৰ হয়হি আপোনাৰ শ্ৰীচৰণ নেদেখি দাসীৰ মন কেনেকুৱা উদ্বিগ্ন হৈ আছে, তাক বোধ হয় বুজিব পৰা নাই। মোৰপৰা আঁতৰি গৈ আপুনি মোক একে বাৰেই পাহৰিলে হবলা। আপুনি এজন হাকিম ; বিদেশত আপুনি হাকিমৰ আদপত চলিছে ; কিন্তু, আপোনাৰ দাসীৰ বিষয়ে কেতিয়াবা ভাবিছে নে ? মই ইয়াত কি খাইছোঁ কি খোৱা নাই, মই কষ্টত পৰিছোঁ নে সুখত আছোঁ,—সেইবোৰ খবৰ ৰখা আপোনাৰ কৰ্ত্তব্যৰ ভিতৰত নহয় নে ? আপুনি হাকিম, হাকিমৰ আদপত চলক ; কিন্তু, ময়ো তো হাকিমনী। মোক হীনভাবে চলা আৰু দুঃখ-কষ্ট পোৱা আপোনাৰ অন্তৰে সয় নে ?

"মই আপোনাৰ ভাৰ্য্যা, আপুনি মোৰ ভৰ্ত্তা। আপুনি মোৰ বিপদৰ আশ্ৰয়, সম্পদৰ আনন্দ, ক্ষুধাৰ তৃপ্তি, আৰু পূজাৰ দেৱতা। মই চুৰ কৰিলেও কম আপোনাক, পাপ কৰিলেও কম আপোনাক, আৰু অন্তৰৰ দুখৰ কথাও কম আপোনাক। মোৰ জীৱন-তৰীৰ আপুনিয়েই কাণ্ডাৰী। আপোনাকেই মোৰ জীৱন সমৰ্পণ কৰি দিয়া হৈছে। এই জীৱনৰ দায়িত্ব আপোনাৰ ওপৰতে। এই জীৱনৰ মঙ্গল-অমঙ্গলে আপোনাক চুচুৰ নে ?

"আপুনি মোৰ ছোৱালী কালৰ অৱস্থাৰ বিষয় জানে। মোৰ বৰ্ত্তমান অৱস্থাক সেই অৱস্থাৰ লগত তুলনা কৰক। তেতিয়া আপুনি সহজে বুজিব, মই কিমান দুখে-কষ্টে, অসুখ-অশান্তিত কাল নিয়াব লাগিছোঁ। মই নগৰীয়া ছোৱালী; এতিয়া কাল কটাব লগাত পৰিছোঁ গাৱঁত ! সৰুৰেপৰা নগৰত আই-বোপাইৰ ঘৰত থাকি যি শিক্ষা পাইছিলোঁ, সেয়ে অভ্যাসত পৰিণত হৈ জীৱনৰ সহচৰস্বৰূপ হৈ পৰিছে। ইপিনে, গাৱঁলীয়া সংসাৰৰ ৰীতি-নীতি কাৰ্য্য-কলাপ সম্পূৰ্ণ বেলেগ থাচৰ। তেনে অৱস্থাত নগৰৰপৰা আহি গাৱঁত সুখেৰে চলিব পৰাটো মোৰ পক্ষে এক প্ৰকাৰ অসম্ভৱ নহয় নে ? তাতো কথা নাছিল, যদি আপোনাৰ শ্ৰীচৰণৰ সেৱা কৰিবলৈ পালোঁহেঁতেন। তেনেহলে মোৰ দুখেও সুখ আৰু অসম্ভৱেও সম্ভৱ হলহেঁতেন। কিন্তু, মোৰ অদৃষ্টতেই নাই হবলা, সেই কাৰণে সি হৈ নুঠিল।

"কোনো প্ৰতিকাৰৰ নিমিত্তে মোৰ দুখ-কষ্ট আৰু অন্তৰ-বেদনাৰ কথা প্ৰকাশ কৰিবলৈ মই ইয়াত কাকো নাপাওঁ।

শাহু-শহুৰ অৱশ্যে আছে ;—তেওঁলোকেই ইয়াত মোৰ আই-বোপাই। কিন্তু, জন্ম দিয়া আই-বোপাঁয়ে সন্তানৰ দুখ-কষ্ট, অভাৱ-অসুবিধালৈ যিমান লক্ষ্য ৰাখে, শাহু-শহুৰে তেনেকুৱা কৰে বুলি মই ভাবিবলৈ অক্ষম। তেওঁবিলাকে মোৰ কামত ভুল ধৰিব পাৰে, মোৰ অজ্ঞতা বুজিব পাৰে, নাইবা কামত ত্রুটি দেখে ; কিন্তু কামত মোৰ ভুল হয় কিয় ?—কোনো বিষয়ত মোৰ অজ্ঞতাৰ কাৰণ কি ?—আৰু কামত মোৰ কিবাবে ত্রুটি ঘটে ?—সেইবোৰ জানিবৰ নিমিত্তে হলে ইচ্ছা কৰা নেদেখোঁ। বৰং প্রকাৰান্তৰে মই তাৰ আভাস দিলেও গালি-শপনি হে খাব লাগে। মোৰ বিবাহিত জীৱনৰ এই কালখিনিত শাহু-শহুৰ-ননন্দৰ এনেকুৱা ব্যৱহাৰত মোৰ মন পৰি গৈছে ;—আৰু বিশেষকৈ, আপুনি ঘৰ এৰিবৰ দিন ধৰি। মোৰ অসহ্য অন্তৰ-বেদনাৰ উত্তেজনাতেই আজি আপোনালৈ দীঘলীয়া চিঠি লিখিবলৈ সাহ কৰিছোঁ।—তাৰ বাবে মই আপোনাৰ ওচৰত ক্ষমাপ্রার্থী।

"মোৰ মনৰ সুখ-দুখৰ কথা ভাঙি কব পাৰোঁ, আৰু সিবোৰৰ প্রতিকাৰ কৰিব পাৰে, এনেকুৱা মানুহ আপোনাত বাজে আৰু মোৰ কোনো নাই। সেই দেখি আপোনাক মই সকলো কথা জনালোঁ। আপুনি যদি ইয়াৰ কোনো প্রতিকাৰ নকৰে, তেন্তে বুজিম, আপুনি মোৰ জীৱন-তৰীৰ গুৰি এৰি দিছে।

"আপুনি বিদেশত আছে ; আপোনাৰ যে কত ৰকমৰ অভাৱ-অসুবিধা হৈছে, তাকো অৱশ্যে মই নুবুজা নহয়। কিন্তু, বুজিলেই বা হব কি ?—মই যদি আপোনাৰ লগত থাকিব পাৰিলোঁ হেঁতেন,

তেতিয়া অৱশ্যে আপুনি কিছুমান অসুবিধাৰপৰা মুক্ত হলহেঁতেন। আন পিনে, আপোনাৰ সহায় হোৱাৰ নিমিত্তে,—আপোনাৰ সুখ-সম্পদৰ নিমিত্তেই মোৰ আৱশ্যকতা। তেনেস্থলত মই যদি আপোনাৰ লগত থাকি স্ত্ৰীৰ কৰ্ত্তব্য হিচাবে আপোনাৰ সহায়তা কৰিব নোৱাৰিলোঁ, তেন্তে মোক আপোনাৰ সহধৰ্ম্মিণী কৰি লোৱাৰ সম্ভৱ কোনো প্ৰয়োজন নাছিল।

"ভগৱন্তৰ চৰণত দাসীৰ প্ৰাৰ্থনা, যেন মোৰ নিচিনাকৈ তেওঁ আপোনাৰ জীৱনটো সুখহীন নকৰে। নিবেদন ইতি—

"শ্ৰীচৰণৰ সেৱিকা—

'পতিম'।"

দ্বিতীয় বিবাহ হৈ যোৱাৰ কিছু দিনৰ পিচতে অমূল্যই চাব-ডেপুটি কালেক্‌টৰৰ পদ পায়। প্ৰথমতে কমলপুৰৰ চাব ডেপুটি কালেক্‌টৰৰ লগত থাকি তেওঁক শিক্ষা-নবীচি কৰিবলৈ দিয়া হৈছিল। তেতিয়া তেওঁৰ ঘৰ ওচৰতে হোৱাত ঘৰৰ খায়েই চৰকাৰী কাম চলাব পাৰিছিল। পিচত কেইমাহমানৰ মূৰত তেওঁক তাৰপৰা নি উত্তৰ লক্ষীমপুৰত স্থায়ীভাৱে নিযুক্ত কৰা হয়। সেইবাবেই আমি আজি তেওঁক উত্তৰ লক্ষীমপুৰত দেখিবলৈ পাইছোঁ।

চিঠিখন পঢ়ি যাওঁতে তেওঁৰ মুখত উদ্বিগ্নতাৰ ছাঁ পৰিছিল। কিন্তু, ইয়াক পঢ়ি শেষ কৰাৰ পিচত তেওঁৰ মনৰ পৰিবৰ্ত্তন-লক্ষণ দেখা গল। চিঠিখন মেজৰ ওপৰতে এৰি তেওঁ বিছনাত শুই পৰিল গৈ। তেতিয়াও বুজিব পৰা গল, যেন তেওঁৰ অন্তৰত কিবা

গভীৰ ভাৱনাই ঠাই ললে। অমূল্যই বেচি সময় বিছনাত পৰি থাকিব নোৱাৰিলে; কিবা এটা শক্তিয়ে যেন তেওঁক বিছনা এৰি আকৌ মেজৰ ওচৰলৈ আহিবলৈ বাধ্য কৰিলে। অমূল্যই উঠি আহি মেজৰ ওচৰত বহিল; আৰু আগেয়ে পঢ়ি এৰি থোৱা চিঠিখন আকৌ পঢ়িবলৈ ধৰিলে। চিঠি পঢ়া হল; কিন্তু ক'তা! অমূল্যই তো স্থিৰভাৱে বহি থাকিব নোৱাৰিলে! তেওঁ উঠি বাহিৰৰ চকী এখনত বহিল গৈ। অলপ সময় থাকি তাৰপৰাও উঠিল। মেজৰপৰা চিঠিখন লৈ তেওঁ আকৌ বিছনাত শুই পৰিল —আকৌ চিঠিখন মনোযোগেৰে পঢ়িব ধৰিলে। চিঠিখন হাতত থকা অৱস্থাৰেই অমূল্যই নিটাল মাৰিলে।

চিঠিখন পঢ়া হলত অমূল্যৰ অন্তৰত এক দ্বিধাযুক্ত ভাৱৰ খলকনি উঠিল। সিয়েই তেওঁক অস্থিৰ কৰি তুলিলে। প্ৰতিমাৰ চিঠিয়ে অমূল্যক 'কিংকৰ্ত্তব্যবিমূঢ়' কৰি পেলালে। অমূল্য এতিয়া দুই বাটৰ দোমোজাত; কোনটো বাটেৰে যাব ঠিক কৰিব নোৱাৰে।—তেওঁৰ মনক এক প্ৰকাৰ অন্ধকাৰে আবৰি পেলালে। পাঠক, সংসাৰী জীৱমাত্ৰেৰেই এনেকুৱা বিমোৰ উপস্থিত হয়। সংসাৰলৈ আহিলেই এনেকুৱা মোহান্ধকাৰত পৰিব লাগে। আন্ধাৰত পৰিলে হে পোহৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰে,— পোহৰত থাকি পোহৰ অনুভৱ কৰা নাযায়। সংসাৰৰ যদি কিবা জটিলতা আছে, সি ইয়েই; আৰু ইয়েই সংসাৰৰ সৌন্দৰ্য্য,—যদি ইয়াৰ অস্তিত্ব মানুহে স্বীকাৰ কৰে। মায়াই সংসাৰৰ সৃষ্টি-পাতনি; আৰু মায়াৰ উচ্ছেদেই সংসাৰৰ বিনাশ। এই মায়াৰ

ডোলত মেৰ খোৱা বাবেই আজি অমূল্যৰ অৱস্থা এনেকুৱা হৈছে। অমূল্য আজি কুন্দ্‌শালৰ কুন্দ্‌জৰীৰ পেঁচত পেঁচ খোৱা ; এবাৰ জৰীৰ পেঁচত ঘূৰি ঘূৰি এটা মূৰ পায়গৈ, আৰু তাৰ পাচ মুহূৰ্ত্ততে আকৌ ঘূৰি ঘূৰি আহি আনটো মূৰ পায়হি।—তেওঁ মাক-বাপেকৰ সুখ-সন্তুষ্টিলৈ চায় যদি ঘৈণীয়েকৰ সুখ-সন্তুষ্টিলৈ পিঠি দিব লগাত পৰে ; আৰু ঘৈণীয়েকক সুখত ৰাখিব খুজিলে মাক-বাপেকক অসুবিধাত পোলোৱা হয়। এক পক্ষে, পুত্ৰৰ কৰ্ত্তব্য হিচাবে মাক-বাপেকৰ সেৱা-শুশ্ৰূষা কৰাটো যেনেকুৱা উচিত, আন পক্ষে তেনেকৈ স্বামী হিচাবে ভাৰ্য্যাৰ প্ৰতিপালন বিষয়ত চকু ৰখাটোও সিমান কৰ্ত্তব্য।—এনেকুৱা ভাবৰ ঢৌৰ ঠেলাই অমূল্যক একে ঠাইতে থাকিব নোৱাৰাকৈ অস্থিৰ কৰি তুলিছিল।

অলপ সময় নিটাল মাৰি থকাৰ পিচত অমূল্য আকৌ উঠিল। এইখিনি সময়ত তেওঁৰ যে টোপনি আহিছিল, তেনে নহয়। তেওঁ ভাবনাৰ শেষ সীমা পাবৰ মতলবে হে নিটাল মাৰি থাকি স্থিৰ চিন্তাত মগ্ন হৈছিল। উঠি গৈ অমূল্যই মেজৰ ওচৰত আকৌ বহিল। এইবাৰ তেওঁৰ মুখত বিমোৰৰ বিবিঙনি নাই। ঢৌবোৰ মাৰ গলে পানীৰ উপৰিভাগ যেনেকুৱা নিমজ হয়, তেওঁৰ অন্তৰো যেন তেনেকুৱা হৈছে, তাকে হে তেওঁৰ মুখ-দাপোণত দেখিবলৈ পোৱা গল। কাগজ-কলম লৈ তেওঁ লিখিবলৈ ধৰিলে। কিন্তু, চৰকাৰী কাম নহয়। মনৰ তেনেকুৱা অৱস্থাত আন কাম কৰিব পৰাটো কি সম্ভৱ?—তেওঁ চিঠি হে লিখিবলৈ ধৰিলে। অলপ সময়ৰ ভিতৰতে তেওঁ লিখি পেলালে,—

"উত্তৰ-লক্ষীমপুৰ,
১৪ শাওন, ১৩০৮।

"প্ৰিয়তমা,

"তোমাৰ চিঠিখনে আজি মোৰ মনত বৰ দুখ দিলে। সেই বুলি তুমি মনত কোনো কষ্ট নকৰিবা।

"তোমাৰ দুখ-কষ্ট, অভাৱ-অসুবিধাৰ কথা অৱশ্যে মোক গোপন কৰিব নালাগে। কিন্তু, পিতা-আইৰ আগতো সিবোৰ প্ৰকাশ কৰিব পাৰাঁ,—যদি তেওঁলোকে বিপৰীত নুবুজে। তোমাৰ আৰু মোৰ জীৱনে-মৰণে যদি এৰা এৰি নোহোৱাটো স্বীকাৰ কৰা, তেন্তে মই তোমাৰ দুখ-কষ্টৰ প্ৰতিকাৰ আৰু সুখ-স্বচ্ছন্দতালৈ চকু নৰখা বুলি ভবাটো অযুক্তিমূলক।

"মানুহৰ জীৱনত অৱস্থাৰ অনেক পৰিবৰ্ত্তন আছে। আৰু সিবোৰৰ লগতে কৰ্ত্তব্য আৰু দায়িত্বৰো পৰিবৰ্ত্তন আছে। মাক-বাপেকী ছোৱালীৰ কৰ্ত্তব্যৰ দায়িত্ব আৰু সংসাৰ বাটত থিয় হোৱা তিৰোতাৰ দায়িত্ব একে নহয়। তুমি যদি মোৰ সেৱা-শুশ্ৰূষা কৰাটো, আৰু জীৱনত মোৰ কাৰ্য্যত সহায়তা কৰাটো, তোমাৰ কৰ্ত্তব্য বুলি স্বীকাৰ কৰা, তেন্তে তুমি স্বীকাৰ কৰিব লাগিব যে, মোৰ আই-বোপাইক শুশ্ৰূষা কৰাটো মোৰ কৰ্ত্তব্য কাম। তেনেহলে, মই যদি প্ৰবাসে-বিদেশে চাকৰি কৰি ফুৰিলোঁ, মোৰ দ্বাৰা পিতা-আইৰ শুশ্ৰূষা হব কেনেকৈ? সেয়ে হলে পিতৃ-ঋণ আৰু মাতৃ-ঋণৰপৰা মোৰ মুক্তি নহব। তেতিয়া তাৰপৰা মোৰ যি অমঙ্গল নাইবা পাপ হব পাৰে, সিয়ে তোমোকো স্পৰ্শ কৰিব।

কিন্তু, বৰ্ত্তমানে তুমি ঘৰত থাকি যদিও কষ্ট পোৱা বুলি ভাবিছা, তথাপি এবাৰ ভালকৈ ভাবি চালে বুজিব পাৰিবা,—মোৰ কৰ্ত্তব্যত তোমাৰপৰা কিমান সহায়তা হৈছে। তুমি ঘৰত থাকি, কৰ্ত্তব্য বুলি ধৰি নলৈ, যদি পাল মৰা হিচাবে পিতা-আইৰ শুশ্ৰূষা কৰা, তাৰপৰা আমাৰ দুজনৰ কাৰো মঙ্গল নহব। গুৰুজনক শুদ্ধ চিত্তে আৰু শ্ৰদ্ধাপূৰ্ব্বক শুশ্ৰূষা কৰিলে হে ফল পোৱা যায়।

"এই যে সংসাৰখন দেখিছা, ই নদীৰ সোঁতৰ নিচিনা। ভৰ বাৰিষাত নদীখনে দেখোঁতাৰ অন্তৰত ভয়ৰ সঞ্চাৰ কৰে। তেতিয়া পানীৰ বেগ কিমান খৰতৰ!—পাৰ খহাই কত গছ-গছনি উটুৱাই আনে! তেতিয়াৰ সেই সোঁতে কোনো বাধা-বিঘ্ন নামানে। কিন্তু, বাৰিষাৰ অন্তৰ লগে লগে নদীৰ সেই ভীষণ মূৰ্ত্তি জঁয় পৰি যায়। শেষত বসন্তকালত ই কেনেকুৱা সৌম্য মূৰ্ত্তি ধৰে!—তেতিয়া ইয়াৰ পানী সুন্দৰ, নিৰ্ম্মল আৰু স্থিৰ; স্ৰোতৰ প্ৰবল বেগ তেতিয়া নাই। চটবিলাকত জুপুৰা জুপুৰা গছবোৰ গজি গহীন নৈৰ গহীনতা আৰু বৃদ্ধি কৰে।—এই শোভা অতি ৰমণীয়। সংসাৰতো এনেকুৱাই হয়। তুমি-মই কৰোঁ বুলি কোনো এটা কাম কৰিব নোৱাৰোঁ। আৰু সময়-সাপেক্ষ হলে ই আপোনা-আপুনিয়েই হৈ উঠে। কোনো বিষয়ত উদ্বিগ্নতা আহিলে, কাম হক নহক, প্ৰথমতে মনৰ শান্তিৰ হ্ৰাস জন্মে। সেই কাৰণে, সময়ৰ সোঁতত জীৱনক এৰি দি, সকলো অৱস্থাতে সন্তুষ্ট থাকিবলৈ হে শিকিব লাগে। তাত সম্পূৰ্ণ নহলেও আংশিক সুখ আছে।

"মোৰ মন ভাল নহলেও গা সম্প্ৰতি বেয়া নহয়। তোমাৰ

স্বাস্থ্যৰ ওপৰত লক্ষ্য ৰাখি ঈশ্বৰ আৰু গুৰুজনৰ সেৱা-শুশ্ৰূষাত মন নিয়োগ কৰিবা। ঘৰলৈ যোৱা হলে জনাম। ইতি।—

"তোমাৰ আশীৰ্ব্বাদক—

শ্ৰীঅমূল্য।"

চিঠিখন এটা খামৰ ভিতৰত সুমাই থৈ অমূল্যই আকৌ বিছনাত পৰিল। এতিয়া তেওঁৰ আৰু অস্থিৰতা নাই। অন্তৰ-ধুমুহাৰ শকাহ পৰাত, এতিয়া তেওঁৰ টোপনি আহিল। সেই ৰাতি তেওঁৰ খোৱা-বোৱা নহল।

———

# নৱম পৰিচ্ছেদ

"বোৱাৰীৰ সকলো কাৰ্য্যত দোষ-গুণৰ ব্যাখ্যা
হয়। ইয়াৰেপৰা অনেকৰ গৃহসুখভঙ্গৰ মূল
ৰোপিত হয়।......অকাৰণ তেওঁক দোষ
ধৰা অপেক্ষা তেওঁবিলাকে স্নেহ কৰি
তেওঁক শিক্ষাহেদিবলৈ ( ন ) ধৰিলে।"

— গুণাভিৰাম বৰুৱা

নীলকমল ভূঞা কাছাৰীৰপৰা আহি কানি-কাপোৰ থৈ জিৰাইছে। তেওঁ যেন কিবা অলপ চিন্তাযুক্ত। সুৰুযে তেওঁক চাহ-জলপান যোগাওঁতে যদিও লক্ষ্য কৰিছিল, তথাপি তেওঁৰ ভাব হৈছিল, কিজানি তেওঁ আজি ওকালতিত হাৰিছে, আৰু সেই কথাকেই তেতিয়ালৈ ভাবি আছে! সেইদেখি, তেওঁৰ বিষন্নতাৰ কাৰণ সুৰুযে সুসুধিলে। নীলকমলে অলপ পাচতে মাত লগালে,—"সুৰুয, আজি পতিমৰ চিঠি পাই মোৰ মনটো বৰ ভাল লগা নাই।"

সুৰুয—কি হৈছে পতিমৰ ?

নীলকমল—পতিমৰ জ্বৰ হোৱা বুলি লিখিছে। আৰু মোক এবাৰ যাবলৈও কৈছে।

সুৰুয—পতিমৰ প্ৰায় ভাগেই জ্বৰ হৈ থকা শুনোঁ। কিন্তু, আপোনাক মতাৰ কাৰণ কি?—আগেয়ে তো এইদৰে মাতি পঠিওৱা নাছিল !

নীলকমল—ময়ো তাকেই ভাবিছোঁ ;—মোক মতাৰ কাৰণটো কি হব পাৰে। অনুমান হয়, চিকিৎসাৰ কোনো সুবন্দবস্ত কৰি দি আহিবৰ নিমিত্তে মোক যাবলৈ লিখিছে।

সুঞ্জয—কব নোৱাৰোঁ। কিন্তু, আগেয়েও তেনেকৈ নৰিয়া হোৱাত আপোনাক মতা নাছিল কিয় ?—তেতিয়াঁ নো চিকিৎসাৰ সুবন্দবস্ত কৰিছিল কোনে ?

নীলকমল—তেন্তে ভাবানে, কিবা অন্তৰৰ কথা ভাঙি কবৰ নিমিত্তে মোক যাব কৈছে ?

সুঞ্জয—সেইটো অসম্ভৱ নহয়। পতিমৰ মনত আজি-কালি সুখ নাই ; মোৰ সেই কেঁচা সোণ যেন প্ৰতিমাৰ এতিয়া জঁকাটো হে আছে গৈ। মোৰ পতিম-পুতলিত ঘুণে ধৰিলে !—ঘুণে ধৰা কাঠৰ আৰু কি থাকে ?

নীলকমল—কি ঘুণে ধৰিলে ?—মাজে মাজে অলপ গা অসুখ হৈ থাকে। সি তো হবৰে কথা !—নগৰৰ জলবায়ু আৰু গাৱঁৰ জলবায়ু একে নহয়। নতুন ঠাই ; টিকি উঠিলেই আৰু সকলো অসুখ যাব।

সুঞ্জয—আপোনালোকে তৰ্ক-শাস্ত্ৰ জানে, আইনৰ ধাৰা বুজে,—উকিল। আপোনালোকৰ সূক্ষ্ম অনুসন্ধানেও যি কথা ধৰিব নোৱাৰে, আমি তিৰোতাৰ পোন বুদ্ধিৰে তাক অনেক সময়ত ধৰিব পাৰোঁ। মই বিয়াৰ আগতে আপোনাক কৈছিলোঁ, যে ছোৱালীয়ে গাৱঁৰ সমাজত চলিবলৈ টান পাব। এতিয়া চাওক, সেয়েই হৈ উঠিল !

নীলকমল—পতিমে কি টান পাইছে ?—বাৰু কোৱাঁচোন। এনে কথা তো মোৰ কাণত আগেয়ে পৰা নাই !

সুব্ৰয—আপোনাৰ আগত এজনে উলিয়ালে হে আপোনাৰ কাণত পৰিব। মোৰ গুণৰ মাণিক, লক্ষ্মী পতিমে সেইবোৰ কথা আপোনাৰ কাণত তুলিব বুলি ভাবে নে ? মোৰ আগতো যদিও সকলো কথা ভাঙি নকয়, তথাপি ভাবে-ভঙ্গীয়ে কথায়-বতৰায় পতিমৰ অন্তৰ বুজিবলৈ মোৰ বাকী নাই।

নীলকমল—তেন্তে ইমানদিনে মোৰ আগত কোৱা নাই কিয় ?

সুব্ৰয—সময়ত আপোনা-আপুনিয়ে আপোনাৰ কাণত পৰিব, সেই ভাবিয়েই মই আপোনাক কোৱা নাছিলোঁ। আপুনি ভাবি চাওক, মোৰ নিমিত্তে আপুনি যিমান যত্ন কৰে, মোৰ সুখ-দুখৰ বিষয়ে আপুনি যিমান লক্ষ্য ৰাখে. আনে তাতকৈ বেচি কৰে বুলি বোধ হয় আপুনি স্বীকাৰ নকৰে। তেনে হলে, পতিমৰ সুখ-দুখ, নৰিয়া-পাৰি সম্বন্ধে অমূল্যতকৈ হলধৰ-শীতলাই বেচি ভাবে বুলি বিবেচনা কৰে নে ?

নীলকমল—পতিমক সিবিলাকৰ হাতত গতায়েই অমূল্য বিদেশলৈ গৈছে। তেনেস্থলত ছোৱালীৰ বিপদ-আপদ, দুখ-দুৰ্গতিলৈ সিবিলাকে নাচাব কিয় ? আৰু নাচালেই বা চলিব কেনেকৈ ?

সুব্ৰয—তেন্তে এদিনৰ এটি ঘটনা শুনক।—সিদিনা পতিমৰ চাৰিদিন; গাও অলপ অসুখ আছিল। সুশীলাৰ লগত পতিমক ঢেঁকীত ধান জুৰিবলৈ শাহুৱেকে দিহা দি, নিজে আন কামত

লাগিল। পতিমে গা অসুখ বুলি ঢেঁকীত ধৰিবলৈ অলপ অসম্মতি প্ৰকাশ কৰাত, শাহুৱেকে পতিমৰ, কেনেকুৱা অসুখ, নাইবা অসুখৰ কাৰণ কি, বুজিবলৈ ইচ্ছা প্ৰকাশ কৰক চাৰি, পতিমক গালি হে বৰষিবলৈ ধৰিলে। মোৰ গুণৰ সঁফুৰা পতিম, একো নামাতি ঢেঁকীত গৈ ধান জুবিলে। এনেই গা ভাল নাছিল, তাতে আৰু ইপিনে চাৰিদিন ; তদুপৰি ধান বানা পৰিশ্ৰম। ইমানখিনি কি পতিমৰ শৰীৰে সয় ? পতিমৰ অসুখ বেচি হল ; আৰু গা ৰাঁইজাঁই লগালে। পতিমে ঢেঁকীবপৰা এৰি আহিবলৈ বাধ্য হল ; আৰু শেষত শোৱা ঘৰত গৈ অস্থিৰ হৈ বাগৰি পৰিল। পতিমৰ মূৰ ঘূৰি গল ; পতিমে আকাশ-পাতাল দেখিবলৈ ধৰিলে ; মোৰ পতিমৰ ভাব হল, যেন শেষ সময় আহি ক্ৰাষ চাপিল। ভাবক, মোৰ বাছাৰ তেতিয়া অমূল্যক দেখিবলৈ কিমান আকাঙ্ক্ষা হৈছিল !—ইমানতো শাহুৱেকে ফাঁকি দিয়া বুলি হে ধৰি ললে ; আৰু তাৰ লগতে স্বাভাৱিক গালি-শপনিৰ কীৰ্ত্তন আৰম্ভ কৰিলে। দৈৱাৎ গাৱঁৰে ভাগীৰ বুঢ়ী এজনী আহি পালে। তেওঁ শাহুৱেকৰ বকনিৰ কাৰণ সোধত উত্তৰ পালে,—"কি নো হব আই !—সেই বোৱাৰী এডাল ঘৰলৈ নাহিছে নে ! সেইডালক লৈয়ে মই মূৰ ধুনি মৰিব লগাত পৰিছোঁ। আমিও সৰু মানুহৰ ঘৰৰ ছোৱালী নাছিলোঁ ! তেও আমাক যি বনতে দিছিল, তাতেই আমি বাৰ যেন হৈ লাগিছিলোঁ।—এতিয়া হে বয়স পৰি আহিল !—সৌ ঢেঁকীত ধান বানিবলৈ দিছিলোঁ। পিচত সেইডালৰ বোলে ভাগৰ লাগিল ;—বঙলাত শুই থাকিল গৈ। তাতে হে মনৰ

বেজাৰতে কৈছোঁ, মোৰ কপালত এইডাল হে বোৱাৰী মিলিল ! কামত তো সাঠন নায়েই, তাতে আকৌ ভুল-চুক কিবা ধৰিলে সিপিনে লৰাৰ মনতো হওঁ আমি বেয়া !—বুঢ়াকালত পো-বোৱাৰীৰপৰা যি সুখ হ'ব, এতিয়াই বুজি উঠিছোঁ আই !" বুঢ়ী-জনীয়ে ঘৰ সোমাই দেখে, পতিমে শুদা মাটিত প্ৰায় সংজ্ঞাশূন্য হৈ পৰি আছে। পতিমৰ তেনে অৱস্থা দেখি বুঢ়ীৰ ধাৰণা অন্য-ৰূপ হ'ল। বুঢ়ীয়ে পতিমক মাতিলে ; দুই তিনিবাৰ মতাৰ পিচত পতিমে কোনো প্ৰকাৰে মাত দি, মূৰত অলপ বতাহ দিবলৈ বুঢ়ীক কলে। কিছুসময়ৰ পিচত পতিমে ভালকৈ কথা কব পৰা হ'ল ; আৰু বুঢ়ীয়ে সোধাত সকলো কথা ভাঙি কলে। বুঢ়ীয়ে কিছু পানী জাৰি, তাক খাবলৈ পৰামৰ্শ দি ঘৰৰপৰা ওলাল ; আৰু শাহুৱেকক জনালে যে, বোৱাৰীয়েকে ফাঁকি দিয়া নহয়। বুঢ়ীৰ বহুত কথাৰ মূৰত শাহুৱেকে যদিও পতিমৰ প্ৰকৃততে নৰিয়া বুলি মানি নিবলৈ বাধ্য হ'ল, তথাপি কলে যে, সি অতি সামান্য।—তেনেকুৱা ডেকা বয়সত তেনেবোৰ নৰিয়া নৰিয়াই নহয়। বুঢ়ীৰ কথাৰ সত্যাসত্য বুজিবৰ নিমিত্তে শাহুৱেকে নিজে ঘৰত সোমাই পতিমক নাচালে। হেনো, পো-বোৱাৰীৰ শোৱা ঘৰত শাহু-শাহুৰ সোমাব নাপায়।—এই-বিলাকেই হৈছে পতিমৰ অভিভাৱক !

স্মৃৰুষৰ বৰ্ণনা শুনি নীলকমল নিৰ্ব্বাক—নিস্পন্দ। তেওঁ কোনো উত্তৰ বিচাৰি নাপালে। উভয়ে কিছু সময় নীৰবে থকাৰ পিচত স্মৃৰুষে আকৌ কবলৈ ধৰিলে,—"লৰা থাকিল বিদেশত,

শাহু-শহুৰ হল তেনেকুৱা ; এনেস্থলত, ছোৱালীৰ ওপৰত আমাৰ যদি অলপ চকু নাথাকে, তেন্তে ছোৱালীক বাঘৰ মুখত পেলাই দিয়া যেন হে হল !”

নীলকমলে এইবাৰ উত্তৰ এটা ভাবি পালে। তেওঁ কলে,—“সুৰুয, পতিম এতিয়া আমাৰ জন নহয়। সেই কাৰণে পতিমৰ ওপৰত আমাৰ এতিয়া কোনো হাত নাই। তথাপি হলধৰক অৱশ্যে দুই-চাৰি কথা কব পৰা যায় ; তাৰপৰা কিবা ফল হলে হব পাৰে।

সুৰুয—পতিমৰ ওপৰত আমাৰ কোনো হাত নাই সঁচা। কিন্তু, আমি হলধৰ-শীতলাক চায়ে তো ছোৱালী দিয়া নাই !—আমি ছোৱালী দিছোঁ অমূল্যক। এতিয়া অমূল্যই যদি নিজৰ তিৰোতাৰ দুখ-দুৰ্গতিলৈ চকু নিদিয়ে, তেন্তে তাক মানুহ বুলিব কোনে ?

নীলকমল—নহয় সুৰুয, তুমি ভুল বুজিছা। অমূল্য তো এতিয়া স্বাধীন নহয়। বৰ্ত্তমানে অমূল্যই মাক-বাপেকৰ মতানু-গামী হৈ হে চলিব লাগিব। কব পাৰা যে, পতিমক অমূল্যৰ লগলৈ নিলে পতিমে সকলো দুখ-দুৰ্গতিৰপৰা মুক্তি পাব। কিন্তু, পিতাক-মাকৰ লগৰপৰা নিলে, তেওঁবিলাক নিঃসহায় হোৱা বুলি মানুহে অমূল্যক বেয়া বুলিব ;—সম্ভৱ অমূল্যয়ো সেইটোকেই ভাবিছে।

সুৰুয—পিতাক-মাকৰ লগত ৰখাৰপৰা নো তেওঁবিলাকৰ কি সহায়টো হৈছে !—শাহু-শহুৰক বাঢ়ি-বাঢ়ি তো দিব নোৱাৰেই।

ইপিনে আন কামৰ ভিতৰতো, খোৱা পানীটোপা পতিমে ছুলে চুৱা হয় ; পতিমে ধোৱা চাউল চৰুত নুঠে ; পতিমে আঞ্জা কুটিলে, সি হয় পেলাই দিব লগা ; আৰু পতিমে কটা তামোল বটাত থাকিলেও, বাটাটো ধুই নেপেলালে সি পৱিত্ৰ নহয়।— এনে অৱস্থাত পতিমৰপৰা শাহু-শহুৰৰ কিমানখিনি সুবিধা নাইবা সহায়তা হব পাৰে, ভাবি চাওক।

নীলকমল—ভাবি চাইছোঁ। যদি প্ৰকৃততে তেনেকুৱাই, তেন্তে পতিমক তাত ৰখাবপৰা বাস্তৱিকে লাভ হোৱা নাই। বাৰু পতিমে বান্ধিলে শাহুৱেক-শহুৰেকে নাখাব পায় ; আন বস্তু ছুলে অপৱিত্ৰ হোৱাৰ কাৰণটো কি ?

সুহৃদ—কাৰণ নো আৰু হব কি ?—পতিম ন-বোৱাৰী, পতিম পৰীক্ষিত হোৱা নাই,—পতিমে তেওঁলোকৰ স্নেহ লাভ কৰিব পৰা নাই ; আৰু তেওঁলোক হল নৈষ্ঠিক—নিষ্পাপ মানুহ !—গোসাঁয়ে মোৰ ছোৱালীৰ অদৃষ্টত এইটোকে হে লিখি-ছিল ! সেই মুখখনিৰ পিনে চালেই মোৰ দুখ লাগে। পতিমে মোৰ লগত কথা পাতোঁতে মই লক্ষ্য কৰোঁ, কিবা যেন কব খোজে, অথচ মুখৰপৰা কথা সৰি নপৰে।—নাজানোঁ, মোৰ বাছাৰ অন্তৰত দুখৰ বোজা কিমান গধুৰ হৈছে ! পতিমৰ যে প্ৰায় ভাগেই জ্বৰ হৈ থকা শুনোঁ, সি জল-বায়ুৰ নিমিত্তে হোৱা জ্বৰ নহয় ; সি অনবৰত চিন্তাৰ ফলত হোৱা জ্বৰ হে ;—সি চিকিৎসাত আৰোগ্য হোৱা জ্বৰ নহয়।

নীলকমল—মই বুজিলোঁ, পতিমে মোক মতাৰ কাৰণ তেন্তে

এইটোৱেই। বাৰু, মই অহা ৰবিবাৰলৈ যাম; যদি পাৰোঁ চিকিৎসাৰ নিমিত্তে বুলি ইয়ালৈ লৈ আহিম। তাৰ পিচত কোনো এটা সুবন্দৱস্ত নোহোৱালৈকে আমাৰ ইয়াতেই ৰাখিম। সিবোৰ যি হক সূৰ্য্য, আমাৰ এতিয়া দুখ কৰিবৰ একো নাই। মানুহে সকলো সলাব পাৰিলেও অদৃষ্টক সলাব নোৱাৰে। আমি ইচ্ছা কৰি তো পতিমক বেয়া ঠাইত দিয়া নাই! আৰু সদায় যে পতিমে এই দুখ-কষ্ট ভুগি থাকিব, তেনেও তো নহয়।—দুখৰ পাচত সুখ আছেই।

কথা শেষ কৰিয়েই নীলকমল উঠি ফুৰিবলৈ গল। আৰু সূৰ্য্যেও ঘৰৰ কামত লাগিল।

---

## দশম পৰিচ্ছেদ

"যি দুখ আমাৰ পক্ষি আনে কি বুজিব !
জীৱনৰ ভিতৰত যিটো জনা নাই,
কেতুৱা বিৰহ দুখ বিচ্ছেদ-যন্ত্ৰণা,
কেতুৱা বিপদে পৰে প্ৰণয়ী হেৰাই ।"
— হিতেশ্বৰ বৰবৰুৱা

ৰাতি দোভাগ ভাটী দিছে। কাতি মাহৰ সাতুৱা বৰষুণৰ পানী পৰিবলৈ তেতিয়া এৰিছে। ক'লা ডাৱৰে ঢকা আকাশখন ক্ৰমে ক্ৰমে মুকলি হবলৈ ধৰিছে। ক'তো মানুহৰ সাৰ-সঁহাৰি নাই।—মাত্ৰ হলধৰ চৌধাৰীৰ গোহালিৰ গৰুৱে মহৰ কামোৰত মাজে মাজে উচল-পাচল কৰাত গোহালিৰ কাঠৰ ওপৰত খুৰাৰ শব্দ হৈছে; আৰু দূৰৰপৰা অহা নিমাতী চৰাইৰ মাত, আৰু শিয়ালৰ হুৱা-ধ্বনি কাণত পৰিছে। মুঠতে কব লাগিলে, এই ক্ষণিক শব্দবোৰ বাদ দিলে, ৰাতিটোক নিৰল-নিস্তব্ধ বুলিব পাৰি। এই নিস্তব্ধতাৰ মাজেদি এটা নতুন শব্দ আহি আকৌ কাণত পৰিল।—ই বাস্তৱিকে কোনো মানুহৰ গভীৰ অন্তৰবেদনাসূচক হুমুনিয়াহৰ শব্দ! অলপ পিচতে আকৌ কেঁকনিৰ শব্দও শুনা গল। দুয়োটা শব্দই হলধৰ চৌধাৰীৰ অন্দৰ-মহলৰ পূবফালে থকা ঘৰটোৰপৰা অহা যেন লাগিল। অনুমান হয়, ই কোনো বিপন্ন মানুহৰ কণ্ঠস্বৰ।

পাঠকে অৱশ্যে বুজিছে যে, শান্তিময়ী নিদ্ৰাই এক প্ৰাণীক শান্তি দিব পৰা নাই। কিন্তু, সেই প্ৰাণী কোন?—সেই প্ৰাণী আমাৰ হলধৰ চৌধাৰীৰ বোৱাৰীয়েক প্ৰতিমা।

আকাশৰ ঘন মেঘৰ আবৰণ ক্ৰমে কাষৰ হৈ যাবলৈ ধৰাত, খণ্ড খণ্ড মেঘবোৰৰ মাজেদি জোনৰ পোহৰ মাজে মাজে ওলাবলৈ ধৰিলে। সেই ঘৰটোৰ দক্ষিণমুখৰ খিৰিকীয়েদি জোনে এবাৰ ভিতৰলৈ জুমি চালে। জোনৰ পোহৰ বিছনাত পৰি থকা প্ৰতিমাৰ মুখতে পৰাত অন্যমনস্কতা হেতুকে তেওঁৰ মনত ভাব হল যে, ঘৰত চোৰ সোমাল। কিন্তু, শেষত আচল কথা বুজিব পৰাত প্ৰতিমাৰ চকু খিৰিকীয়েদি আকাশৰ ফালে গল।

সেইদিনা ভাটী বেলাৰপৰাই প্ৰতিমাৰ গা ভাল নাছিল। তথাপি প্ৰকাশ কৰিলে জগৰ লাগিবৰ ভয়ত গা বেয়া বুলি নকৈ ঘৰৰ বন-বাৰি কৰিয়েই আছিল। ৰাতি বিছনাত পৰাৰপৰা জ্বৰ বেচি হৈ পৰিছে। এতিয়া জ্বৰৰ কোবত বিছনাত ছট্‌ফটাব লাগিছে, কেঁকাইছে, আৰু কিবা নিৰাশাৰ ভাব মনলৈ অহাত হুমুনিয়াহ কাঢ়িছে।—তেওঁৰ অন্তৰত যেন কিবা একুৰা জুই জ্বলিব লাগিছে। হঠাৎ আকাশৰ ফালে দৃষ্টি পৰাত প্ৰতিমাৰ গা-মন যেন অলপ শাঁত হল।—জোনৰ সুধাময় কিৰণে যেন প্ৰতিমাৰ অন্তৰ কিছু পৰিমাণে জুৰালে। প্ৰতিমাই স্থিৰভাৱে সেই পিনলৈ চাই থাকিল।

জোনৰ সুধাময় কিৰণসমূহ ওলাই সাঙ হোৱাত, ক্ৰমে ক্ৰমে বিষযুক্ত কিৰণ আহিবলৈ ধৰিলে।—আনৰ পক্ষে নহলেও, অন্ততঃ প্ৰতিমাৰ পক্ষে। ইয়াৰ প্ৰত্যেক কিৰণ-ৰেখাই যেন একোডাল

বিহ-শৰ। এই শৰে প্ৰতিমাৰ অন্তৰ ভেদিলে। প্ৰতিমাই স্থিৰভাৱে থাকি যি অলপ শান্তি পাইছিল, এই বিহৰ-জ্বালাই তাক দূৰ কৰি সমস্ত শৰীৰ বিষময় কৰি তুলিলে। প্ৰতিমাই যিমানে সেই ফাললৈ চাই থাকিল, সিমানে পুৰণি স্মৃতিবোৰ তেওঁৰ মনলৈ আহি তেওঁৰ অন্তৰত দুখ আৰু নিৰাশাৰ উৎস বোৱাবলৈ লাগিল। তেওঁৰ অন্তৰৰ আবেগপূৰ্ণ ভাববোৰ তেতিয়া ব্যক্ত হবলৈ ধৰিলে,-- "হে ঈশ্বৰ, মই কোন জনমত কি পাপ কৰিছিলোঁ। যে, মোৰ ভাগ্যত সুখ নিলিখিলা। মোৰ স্বামীক মই সপোনত দেখাৰপৰা মোৰ মন শঙ্কান্বিত হৈ উঠিল,—কোন মোৰ স্বামী হয়। প্ৰতিজ্ঞা কৰিছিলোঁ, সপোনত দেখা জনত বাহিৰে আন কোনোবাই যদি মোৰ স্বামিত্ব লাভ কৰে, তেন্তে তেওঁৰ লগত প্ৰথম সাক্ষাতৰ পিচতেই মই জীৱনান্ত কৰিম। কিন্তু, শেষত লঘনীৰ কথাৰ ফল ধৰিলে,—তাই কোৱামতে তুমি মোৰ মঙ্গল সাধিলা। তুমি মোৰ স্বপ্ন-লব্ধ স্বামীক হাতত মিলালা,—সুধা-ময় সুনীল স্বৰগ পাবলৈ তুমি মোক এখোপ ওপৰলৈ তুলি ধৰিলা। তেতিয়া বাস্তৱিকে মোৰ সকলো চিন্তা-উদ্বিগ্নতা দূৰ হল। ভাবিছিলোঁ, ময়েই সংসাৰত প্ৰকৃত সুখী; আৰু মোৰ ভৱিষ্যৎ জীৱন প্ৰকৃততে সুখৰ হৈ পৰিব। কিন্তু, এতিয়াহে বুজিলোঁ, সি তোমাৰ প্ৰলোভন মাত্ৰ। তেতিয়াই মই ইয়াক বুজাহেঁতেন, মই আজি এনেকুৱা কষ্ট নুভুগোঁ। মই ইয়াত কিমান কষ্ট ভুগিব লগাত পৰিছোঁ, তাক তেওঁ কল্পনা কৰিব পাৰিছে নে? আৰু পাৰিছে যদিও, তেওঁ তাৰ প্ৰতিকাৰৰ কিবা দিহা কৰিছে নে? মই

মোৰ মনৰ ভাব প্ৰকাশ কৰি তেওঁলৈ চিঠি লিখিলোঁ; কিন্তু, তেওঁ মোক বুজাই হে থলে। তেওঁ এইখিনিকে৷ নাভাবিলে যে, মানুহৰ জীৱন দুদিনীয়া। মানুহে মনত কত কল্পনা সাজি ৰাখে! —কিন্তু সিবোৰ কাৰ্য্যত পৰিণত নৌ-হওঁতেই অনেক সময়ত সংসাৰৰপৰা বিদায় লব লগাত পৰে। মোৰ এই ভৰ যৌবন; এনে সময়ত যদি মই স্বামিসঙ্গ উপভোগ কৰিবলৈ নাপাওঁ, ই অতীত হৈ যোৱাত সেই সঙ্গলাভৰপৰা মোৰ কি সুখ হব?— শৰতকালৰ জোনাকৰ মধুৰতা আন ঋতুত উপভোগ কৰিব পাৰি নে? আন পক্ষে, যৌবন থাকোঁতেই সেই সঙ্গৰপৰা বঞ্চিত হৈ জীৱনৰ সামৰণি পেলাব লগা হয় যদি, সকলো আশা-আকাঙ্ক্ষা লগতে লৈ যাব লাগিব। হে, ঈশ্বৰ, এই সকলোবোৰ তুমিয়েই কৰা। তুমি এজন ভয়ঙ্কৰ ঠগ;—তুমি লোভ দেখুৱাই ভুলাই নি মানুহক ফান্দত পেলোৱা। পুৰুষৰ লগত তুমি সেইদৰে চলিব পাৰা; কিন্তু নাৰীৰ প্ৰাণত তেনেকুৱা কষ্ট দিলে তোমাৰ পাপ নহয় নে?"

অলপ পিচতে এডোখৰ ক'লা ডাৱৰে আহি আকৌ জোনটোক ঢাকি পেলালে। প্ৰতিমাৰ ঘৰ আন্ধাৰ হৈ পৰিল। ভাবনাৰ সোঁতত উটি গৈ প্ৰতিমাই নৰিয়াৰ কথা সমূলি পাহৰিছিল; কিন্তু এতিয়া আকৌ নৰিয়াৰ যন্ত্ৰণা অনুভৱ কৰিবলৈ ধৰিলে।—আকৌ সেই কেঁকনি—আকৌ সেই ছটফটনি। এইদৰে প্ৰতিমাৰ ক্ৰমে অৱসাদ আহিল। তাৰ ফলত প্ৰতিমাৰ তন্দ্ৰা আহিল। ক্ৰমে ক্ৰমে প্ৰতিমা টোপনিত পৰিল।

ৰাতি পুৱাবৰ সময়ত টোপনি অহাৰ বাবে আৰু জ্বৰৰ কিছু উপশম হোৱাৰ বাবে প্ৰতিমাৰ টোপনি অলপ দীঘলীয়া হৈ পৰিছিল। সেইবাবে ৰাতি পুৱালত প্ৰতিমাৰ উঠাত সিদিনা আন দিনতকৈ পলম হ'ল। ঘৰৰ আনবিলাক উঠিল, প্ৰতিমা তেতিয়াও উঠা নাই। কাজেই, প্ৰতিমাৰ ওপৰত স্বাভাৱিক গালি-শপনিৰ বৃষ্টি আৰম্ভ হ'ল। প্ৰতিমাৰ টোপনি ভাগিল। দেখে, জ্বৰ প্ৰায় এৰিছে, আৰু গাও কিছু ভাল হৈছে, কিন্তু, ইপিনে, শাহুৱেক-শহুৰেকৰ মুখ মেল খাইছে।

প্ৰতিমা উঠিল। জ্বৰৰ গাৰেই প্ৰতিমাই বাহী-বনত লাগিল। কথাৰ চলতে যেতিয়া ৰাতি জ্বৰ হোৱাৰ কথা প্ৰতিমাই উল্লেখ কৰিলে, তেতিয়া ফাঁকি দিবলৈ 'কথা চেলোৱা' বুলি শাহুৱেকৰ মূৰ্ত্তি ৰণ-চণ্ডীৰ নিচিনা হৈ পৰিল। প্ৰতিমা তুনাই নামাতিলে।

বেলি এঘাৰটামান বজাত হলধৰ চৌধাৰীৰ চ'ৰা-ঘৰৰ আগত এখন গৰু-গাড়ী আহি ৰ'লহি। চ'ৰা-ঘৰৰপৰা কোনোবাই মাতিলে, "চৌধাৰী আছে নে?"—হলধৰ ঘৰত নাছিল। গতিকে মাত নোপোৱাত আলহীয়ে পৰিচয় দিলে,—"মই গুৱাহাটীৰ উকীল।"

নীলকমলক ভিতৰলৈ মতাই নি প্ৰতিমাৰ ঘৰৰ কাষত বহিবলৈ দিয়া হ'ল। প্ৰতিমাই পিতাকৰ সেৱা-শুশ্ৰূষা কৰিলে। নীলকমলে লক্ষ্য কৰিছিল, জীয়েকৰ চেহেৰালৈ। কিন্তু, আজি তেওঁ জীয়েকৰ আগৰ স্বাস্থ্য নেদেখিলে।—মুখত সেই 'তেজ ফুটি যোৱা' চেহেৰা আজি নাই। ছমাহৰ আগতে

তেওঁলোকৰ ঘৰলৈ যোৱাৰ সময়ত প্ৰতিমাৰ স্বাস্থ্য যেনেকুৱা দেখিছিল, আজি তাতোকৈ অনেক বেয়া দেখিলে। প্ৰতিমাৰ ক্ষীণ শৰীৰে নীলকমলক শাৰীৰিক অসুস্থতাৰ সাক্ষ্য দিছে, আৰু অশান্তিৰ বিৰিঙনিযুক্ত মুখমণ্ডলৰপৰা কাৰুণ্যপূৰ্ণ চকু ছুটিয়ে যেন তেওঁৰ সহানুভূতি বিচাৰিছে,—নীলকমলৰ এনেকুৱা হে ভাব হল।

পিতাকে প্ৰতিমাক শাৰীৰিক মঙ্গলাদিৰ বিষয় সুধিলে। কিন্তু, প্ৰতিমাই একো উত্তৰ নিদি ভিতৰৰ খোঁটালীলৈ গল;— যেন কিবা কামত হে গৈছে। নীলকমল উকীল,—তৰ্কশাস্ত্ৰত ব্যুৎপত্তি আছে। সেইদেখি, নিৰ্ব্বাক উত্তৰৰ অৰ্থ তেওঁ কিছু পৰিমাণে বুজিলে। অলপ পিচতে প্ৰতিমাই আহি পিতাকৰ কাষ পোৱাত পিতাকে সুধিলে,—"আইকণ, তোৰ মুখখন একেবাৰেই শুকান দেখিছোঁ;—তোৰ গা ভাল হোৱা নাই?" প্ৰতিমাই কথাৰে উত্তৰ দিব নোৱাৰিলে;—প্ৰতিমাৰ চুকলো ওলাল;— সেই প্ৰশ্নত প্ৰতিমাৰ অন্তৰত যিবোৰ ভাব খেলাইছিল, সেই-বোৰক কথাৰে প্ৰকাশ কৰিব নোৱাৰাত সিবোৰ চকুলোৰূপে বাহিৰ হল। নীলকমলে এতিয়া সকলো স্পষ্টৰূপে বুজিলে।— প্ৰতিমাৰ অন্তৰত কি ঘটিছে, তেওঁ এতিয়া নিভু্লে জানিব পাৰিলে। প্ৰতিমাই শেষত যোৱা ৰাতিৰ জ্বৰৰ বিষয়ে পিতাকক কলে। তেতিয়াও প্ৰতিমাৰ গাত জ্বৰ আছিল।

ইতিমধ্যে হলধৰ চৌধাৰী আহি ঘৰ পালে। হঠাৎ আজি নীলকমল ভূঞাক দেখি কথা কি হৈছে, তেওঁ একো গম ধৰিব

নোৱাৰিলে। হলধৰে প্ৰথম বাৰ নীলকমলক যেনেকুৱা আদৰ-অভ্যৰ্থনা কৰিছিল, যিভাৱে তেওঁৰ লগত কথা-বতৰা হৈছিল, এইবাৰ তো তেনেকুৱা কৰা দেখা নগল! নীলকমলে এইবাৰ যিবোৰ কথা উত্থাপন কৰিছিল, সেইবোৰৰ আলোচনাৰ সময়তো তেওঁ মন কৰি গৈছিল যে, হলধৰে আঁৰ ৰাখি হে কথাৰ উত্তৰ দিছিল। নীলকমলে আজি বুজি উঠিল যে, এওঁ তাহানিৰ হলধৰ নহয়;—ই হলধৰৰ নতুন অৱতাৰ। হলধৰৰ অন্তৰত অলপ চেতনা দিয়াৰ মতলবে নীলকমলে প্ৰতিমাৰ নৰিয়া-পাৰি, অভাৱ-অসুবিধা, দুখ কষ্ট আৰু পাৰিবাৰিক কামৰ অনভিজ্ঞতাৰ বিষয়ে বুজনিসূচক বহুত কথা উলিয়ালে। কিন্তু, হলধৰে সকলো বিষয়ৰে সিদ্ধান্ত কৰি কলে,—"আমি আধুনিক শিক্ষা নোপোৱা মানুহ।—আমি দেশী বুজেৰে হে কথা ডাঙি-পাৰি চাওঁ। বিলাতী বুজ আমাৰ মগজত নোসোমায়।"

নীলকমলে আজি হলধৰৰ লগত কথা পাতি সুখ নাপালে। গতিকে, তেওঁ আলোচনাৰ বিষয় পৰিবৰ্ত্তন কৰিব লগাত পৰিল। এইবাৰ তেওঁ প্ৰতিমাক তেওঁৰ ঘৰলৈ লৈ যোৱাৰ প্ৰস্তাৱ কৰিলে। আৰু কলে যে, তালৈ নিলে চিকিৎসাৰ সুবিধা হৈ উঠিব; আৰু লগতে বায়ুপৰিবৰ্ত্তনো হব। হলধৰে আচৰিত হৈ উঠি মাত লগালে,—"চিকিৎসা!—কি হৈছে, যে চিকিৎসা কৰিব লগাত পৰিছে?"

নীলকমল—আপুনি খবৰ ৰাখিছে নে, মজ্জাগত জ্বৰে ছোৱালীৰ অৱস্থা কি কৰি পেলাইছে?

হলধৰ—মজ্জাগত জ্বৰ !—ক'তা ! মোৰ ইয়ালৈ অহাৰ দিন ধৰি মই তো ছোৱালীৰ আঙুলি এটা জ্বপত হোৱাই দেখা নাই।

নীলকমল—আপোনালোকে মোৰ ছোৱালীৰ কিমানখিনি তত্ত্বাৱধান লৈছে, এয়ে তাৰ প্ৰমাণ !—যোৱা ৰাতি যে ছোৱালীয়ে জ্বৰত কেঁকাই কেঁকাই ছট্‌-ফটাই আছিল জানে নে ?

হলধৰ—ভাল ! ছোৱালীয়ে আপোনাক কৈছে ; কাজেই আপুনি ধৰি লব।

নীলকমল—বাৰু চাওক গৈ, ছোৱালীৰ গাত এতিয়াও জ্বৰ আছে নে নাই !

"যি কি নহক, অমূল্যৰ চিঠি নাপালে মই ছোৱালীক যাবলৈ দিব নোৱাৰোঁ," বুলি কৈ হলধৰে আন কামত গুচি গল। নীলকমলে তেতিয়া প্ৰতিমাক সুধিলে, তেওঁৰ গুৱাহাটীলৈ যাবৰ মন আছে নে নাই। প্ৰতিমাৰ কিন্তু, প্ৰতিমাই হে আদৰ্শ। আনে প্ৰতিমাৰ আদৰ্শ হোৱাহেঁতেন প্ৰতিমাই সহজে সম্মতি জনালেহেঁতেন। কিন্তু প্ৰতিমাই উত্তৰ দিলে,—"পিতা, শহুৰে তো যাবলৈ নিদিলে।—আৰু দিলেও মই নাযাওঁ। মোৰ ঘৰ এইটো হে। মোৰ কামনা, যেন এই ঘৰতেই মই কালাতিপাত কৰিব পাৰোঁ।"—প্ৰতিমাৰ গালৰ ওপৰেদি চকুলো আকৌ ধাৰ বতিলে। প্ৰতিমাৰ মুখৰপৰা যি কথা ওলাল সি বাস্তৱিকে প্ৰতিমাৰ হে লায়ক। সেই কথাত প্ৰতিমাৰ অন্তৰৰ ভাব কিমানখিনি প্ৰকাশ পাইছিল, তাক অকল দেখোঁতা জনে হে অনুমান কৰিব পাৰিব।—সেই কথাত সমুদ্ৰ-

ধ্বনিৰ গাম্ভীৰ্য্য আছিল, কিন্তু তাৰ উচ্ছৃঙ্খলতা নাই ;— কোকিল-কণ্ঠৰ লালিত্য তাত আছিল, কিন্তু আশাৰ উদ্দীপনা নাই ;— সেই মাত প্ৰতিশোধৰ সঙ্কল্পসূচক, কিন্তু হিংসাৰ ছাঁ মাত্ৰও তাত নাছিল ;—তাত আছিল, মাত্ৰ করুণ সুৰৰ হৃদয়স্পৰ্শী তান। সেই তানে নীলকমলৰ অন্তৰ স্পৰ্শ কৰিলে। তেওঁ জীয়েকক বুজাবলৈ-ধৰিলে,—"আইকণ, তই দুখ নকৰিবি। দুখ কৰাৰপৰা কিবা উপকাৰ হব নে? যি হবৰ আছে, সি দুখ কৰিলেও হব, নকৰিলেও হব। অকল সকলো সময়তে ন্যায়পথত থাকি অন্তৰৰ পৱিত্ৰতা ৰক্ষা কৰিবৰ নিমিত্তে চেষ্টা কৰিবি।"

নীলকমল ভূঞাই তাত আৰু নাথাকিল, আৰু খোৱা-বোৱাও নকৰিলে। তেওঁ আকৌ গুৱাহাটী বুলি গাড়ীত উঠি ৰওনা হল। —আৰু প্ৰতিমা? —প্ৰতিমাই কাণি-দুৱৰীয়া হৈ থকা দুৱাৰৰ কানত আউজি থিয় হৈ, যি পিনেদি পিতাকে কাঁথিৰপৰা উঠি চ'ৰা-ঘৰৰ আগলৈ গল, সেই পিনলৈ একে ধ্যানে চকুলোৰে চাই থাকিল। কিছু সময় প্ৰতিমাই সেই দৰেই থাকিল ;—তেওঁৰ মন যেন কৰবালৈ গুচি যোৱাত, তেওঁ নিজৰ অস্তিত্বকে পাহৰি গল। পিচত গা বেয়া লগাত বিছনাত পৰিল গৈ।

---

## একাদশ পৰিচ্ছেদ

"আজ বুঝি দিন ফুরাইল।"

—বঙ্কিম

পিতাক যোৱাৰ পিচত প্ৰতিমাই যি বিছনাত পৰিছিল, তাৰ পিচত আৰু তুনাই উঠিবলৈ নাপালে। প্ৰতিমাৰ জ্বৰ ক্ৰমে ক্ৰমে বাঢ়ি গৈ বাতিলৈ অত্যন্ত হৈ পৰিল। জ্বৰৰ কোনো প্ৰকাৰে বিৰাম নহল। পাচদিনাও জ্বৰ একে ৰকমে থাকিল। প্ৰতিমাৰ মুখৰ মাত হেৰাল ;—তেওঁৰ বিশ্বাস হল, যেন কাণ্ডাৰীবিহীন তৰী অপাৰ সমুদ্ৰত পৰিছে ; পাৰৰপৰা ই ইমান দূৰত যে, পাৰৰ কাষ নৌ-চাপোঁতেই ধুমুহাৰ কোবত ই এতিয়া সমুদ্ৰৰ গৰ্ভস্থ হয়! ক্ৰমে ক্ৰমে জ্বৰৰ বিকাৰ ঘটি উঠিল ;—প্ৰতিমাৰ গাত হুচ নাইকীয়া হৈ পৰিল—বাহ্যজ্ঞান লোপ পালে।

তৃতীয় দিন বাতিলৈ প্ৰতিমাৰ সান্নিপাতিক জ্বৰৰ লক্ষণে আহি দেখা দিলে। নৰিয়াৰ যন্ত্ৰণা আৰু অৱস্থাৰ লগে লগে প্ৰতিমাৰ অন্তৰ নিৰাশাৰ অন্ধকাৰে ঢাকি পেলালে। প্ৰতিমাই এনেকুৱা অন্ধকাৰত পৰিল যে, কোনো ফালৰপৰা তেওঁ পোহৰৰ ৰেখ মাত্ৰও নেদেখে।—প্ৰতিমাই বাট দেখে কেনেকৈ?—প্ৰতিমা চিন্তাগ্ৰস্ত হল। কিন্তু, অবলাৰ নৰিয়া অৱস্থাৰ দুৰ্ব্বল মস্তিষ্কে ইমানখিনি চিন্তা-ভাৰ সব পাৰে নে?—প্ৰতিমাৰ মস্তিষ্কৰ বিকৃতি ঘটিল ; কথা ঠিক ৰাখিব নোৱাৰাত পৰিল, কিবা কব খোজোঁতে, মুখেৰে কিবা ওলায়। পাঠক, ভাবক, এই সময়ত প্ৰতিমাৰ

মনৰ অৱস্থা কিৰূপ!—প্ৰতিমাৰ হৃদয়-পটত এতিয়া এক মাত্ৰ অমূল্যৰ ছবি।—হায়, হতভাগিনী! যি অমূল্যৰ নিমিত্তে তুমি ইমান ব্যস্ত, যি অমূল্যক ভাবিয়েই তুমি দিন নিয়াইছা, আৰু যি অমূল্য আজি তোমাৰ সাধনাৰ লক্ষ্য, সেই অমূল্যই আজি তোমাৰ এনেকুৱা অৱস্থা হোৱা বুলি গম পাইছে নে?—হায় সংসাৰৰ বিচিত্ৰতা!

প্ৰতিমাৰ জ্বৰৰ অৱস্থা যেতিয়া ক্ৰমাৎ বেয়া হৈ যাবলৈ ধৰিলে, হলধৰ আৰু শীতলাৰ তেতিয়া বিশ্বাস হল যে, ছোৱালীৰ প্ৰকৃততে নৰিয়া। কিন্তু, নৰিয়াৰ যিবোৰ উপসৰ্গই দেখা দিছে, সিবোৰক হলে প্ৰকৃত বুলি নাভাবিলে। কাৰণ তেওঁবিলাকৰ ভাব, ছোৱালীৰ নৰিয়া হোৱাটো অৱশ্যে সঁচা; কিন্তু, উপসৰ্গবিলাক নৰিয়াক ডাঙৰ বোলাবলৈ ছোৱালীয়ে ফাঁকি কৰি সজা। নৰিয়াৰ অৱস্থা সিমান বেয়া হৈ উঠা সত্বেও শাহুৰেক আৰু শহুৰেকে ইয়াক সামান্য বুলি ধৰি লৈ অমূল্যলৈ কোনো সংবাদ পঠিওৱা নাছিল। ইপিনে, গুৱাহাটিলৈও প্ৰতিমাই নিজে নিলিখিলে হলধৰে তো সংবাদ নপঠায়েই। পাঠকে আগতে দেখিছে শাহুৰেক নাইবা শহুৰেকে প্ৰতিমা থকা ঘৰত সোমাই প্ৰতিমাৰ নৰিয়াৰ অৱস্থা নাচায়। প্ৰতিমাৰ ইমান টান বেমাৰতো মাত্ৰ সুশীলা আৰু চাকৰ মেঁলুৱে হে সেই ঘৰলৈ অহা-যোৱা কৰিছিল; আৰু মাজে সময়ে আমি আগেয়ে লগ পোৱা বুঢ়ীজনীয়ে গৈ খোজ-খবৰ লৈছিল।—কিবা সম্বন্ধত প্ৰতিমাই বুঢ়ীজনীক আবু বুলি মাতিছিল।

তৃতীয় দিনৰ ৰাতিটো সেই দৰেই গল।—জ্বৰৰ অলপো বিৰাম নহল ; আৰু উপসৰ্গবোৰো নকমিল, বৰং বৃদ্ধি পাই হে গল। চতুৰ্থ দিন ৰাতিপুৱা ৰোগীৰ অৱস্থাৰ কিছু পৰিবৰ্ত্তন দেখা গল।—জ্বৰ অলপ কমিল ; মুখৰ চেহেৰাও কিছু ভাল হৈ উঠিল ; কিন্তু প্ৰলাপৰ দোষ হলে কমা নাই। বৰং আন দিনতকৈ সিদিনা বেচি হে ভুল কথা কয়। সুশীলা আৰু মেলুৰ মুখে শুনি হলধৰ আৰু শীতলাৰ ভাব হল যে, নৰিয়া আৰু কমি যাব। কিন্তু বুঢ়ীয়ে তেওঁলোকক জনালে যে, সিদিনা ৰোগীৰ অৱস্থা সন্দেহ-জনক। হলধৰ আৰু শীতলাই সেই কথালৈ কাণ নিদিলে।

দুপৰীয়াৰপৰা ৰোগীৰ প্ৰলাপৰ মাত্ৰা চৰিল। গাৰ যেন সমস্ত বলে আহি সিদিনা দেখা দিলে। ৰূপৰ প্ৰতিমা আকৌ আগৰ নিচিনা যেন ৰূপহী হৈ পৰিল। প্ৰতিমাই বাৰে বাৰে বিছনাৰপৰা উঠি যাবলৈ খোজে। কেতিয়া কি কথা কয় তাৰ কোনো সম্বন্ধ নাইবা শৃঙ্খলা নাই। এবাৰ কলে.—মোক ঘৰলৈ নি!—ইয়াত বৰ গৰম!—পুৰি মাৰে!” তাৰ পিচতে আকৌ কৈ উঠিল,—“নাখাওঁ!—মোৰ লাজ লাগে!” কিছুপৰ নিটাল মাৰি থকাৰ পিচত আকৌ আৰম্ভ কৰিলে,—“সৌ!—আহিছে! আহাঁ!—বাট চাই আছোঁ!” কথাৰ লগে লগে ৰোগীয়ে হাত মেলি উঠি যাবলৈ চেষ্টা কৰিলে। উঠিবলৈ নিদি শুৱাই থোৱাত কৰ ধৰিলে,—“পিতা, মোক এখন ঘোঁৰা-গাড়ী আনি দিয়ক!—মই যাওঁ!—বৰ কষ্ট!” সুশীলাই ৰোগীক মনে মনে থাকিবলৈ দিহা দি কলে,—“বৌ, হাই কৰিলে বেমাৰ বেচি হব ; তুই

থাকাঁ।—তুমি দেখোন ঘৰতে আছা, ক'লৈ নো আৰু যাব খোজা?" ৰোগীৰ আকৌ মাত ওলাল,—"দে!—সুশীলা, মোৰ বিহাখন দে!—মোক বৰ ধুনীয়া দেখি!—আৰ্চ্চীখন দি চাওঁ!—অ' মই কিবা কলোঁ!"—ৰোগী নীৰব। কিন্তু, ক'তা!—ৰোগীয়ে আকৌ বলকনি আৰম্ভ কৰিলে,—"ৰোৱাঁ!—ৰোৱাঁ! মোকো নিয়াঁ!—ময়ো গৈছোঁ!"—আকৌ উঠি যাবলৈ খোজে। আকৌ বিছনাত শুৱাই ৰাখি বুঢ়ীয়ে সুধিলে—"কলৈ যাব আই? মনে মনে থাক।—ঈশ্বৰৰ নাম ল'।" ৰোগীয়ে উত্তৰ দিলে,—"ঈশ্বৰৰ নাম মই লৈয়েই আছোঁ!—সৌজন ঈশ্বৰ মোৰ আগতে! —সুশীলা, আইক ক'!—তেওঁক জল-পান দিয়ক!—অ' মই ভুল কলোঁ!—তেওঁ আহিল নে?—ৰাতি হল!" "কাৰ কথা সুধিছ আই?" বুলি বুঢ়ীয়ে সোধাত ৰোগীয়ে আকৌ কবলৈ ধৰিলে,—"আমাৰ বাবু!—অ' নহয়!—আইক মাত সুশীলা!—উঃ! মই নোৱাৰোঁ থাকিব—মই যাওঁ—মোক এৰি দে!—(উঠিব খোজে)—কোন সৌটো?—অ'—তেওঁ!—তেওঁ নাই—তেওঁ তাহানিয়ে গৈছে। সুশীলা—মই ভুল কৈছোঁ!—আই আহিছে?" ৰোগীৰ অৱস্থা ক্ৰমে বেয়াৰপৰাও বেচি বেয়ালৈ যাব ধৰিলে। তেতিয়া সকলোৰে মনত সন্দেহ হল। শেষ সময় বুলি সন্দেহ কৰি শীতলাই এবাৰ বোৱাৰীয়েকৰ ওচৰলৈ গৈ মাত লগালে,—"আপী, ভুল কথা কৈছ কিয়?—গা কেনে পাইছ?" ৰোগীয়ে কিছু সময় নীৰবে আছিল। শেষত শীতলাৰ প্ৰশ্নত আকৌ মাত ওলাল,—"কোন আহিছে!—পিতা!—অ'—আই! বহুত পলম

হল—নাই !—অ'—মই কিবা কওঁ—বৰ সুন্দৰ দেখি !—সৌটো নহয় !—তেওঁ— হাঁহিছে ! উঃ ! মই পৰিলোঁ।—পৰিলোঁ !—অ' —মই কিবা কৈছিলোঁ।—আই—সৌখন গাড়ী !—তেওঁ মোক বাটচাই আছে—মই যাওঁ—মোক—ক্ষমা—”

সন্ধ্যা সময়ত ৰোগীৰ মাত বন্ধ হল। কিছুক্ষণ পিচতে ৰোগীয়ে কামুৰি কাঢ়িলে।—প্ৰতিমা ? প্ৰতিমা এতিয়া নাই। প্ৰতিমাৰ অন্তৰ-আত্মাই ভেলখনক এৰি থৈ লক্ষ্য-স্থানলৈ গল। থাকিল মাত্ৰ প্ৰতিমাৰ মাটিৰ দেহটো—মাটিৰ লগত মিহলি হবৰ অপেক্ষাত।

ঘটনাৰ শেষ কেনেকুৱা হল তাকে দেখি হলধৰ আৰু শীতলা নিৰ্ব্বাক-নিস্পন্দ হৈ পৰিল। আনবিলাকে দুখ কৰিবলৈ ধৰিলে। বোৱাৰীয়েকৰ অৱস্থা এনেকুৱা হোৱা দেখি শাহুৱেকৰ অন্তৰত চেতনা আহিল। তেওঁলোকৰ ভ্ৰমবিলাক এতিয়া হে তেওঁলোকে বুজিবলৈ ধৰিলে।—চোৰ পলোৱাত হে তেওঁলোকৰ এতিয়া বুদ্ধি চাপিবলৈ ধৰিলে !

এই দুদিনীয়া দেহটো লৈয়েই সংসাৰী জীৱে অতপালিখন লগায়। তাৰ পৰিণামত কি হব পাৰে সেইটোলৈ হলে লক্ষ্য নাৰাখে। নিজৰ সুখ-স্বাচ্ছন্দ্য বজাই ৰাখিবলৈ গৈ—নিজৰ অভিৰুচিৰ সম্পূৰ্ণতা ৰক্ষা কৰিবলৈ গৈ, যে আনৰ সুখ-স্বাচ্ছন্দ্য হৰণ কৰে, নাইবা অভিৰুচিত আঘাত দিয়ে, ইয়েই সংসাৰী জীৱৰ অতপালি। ইয়াৰ পৰিণাম আজি হলধৰ আৰু শীতলাই বুজিলে।

———

## দ্বাদশ পৰিচ্ছেদ

"But O! of all delightful sounds
Of evening or of morn,
The sweetest is the voice of love
That welcomes his return."
—Robert Southey

যি কোনো কাৰণেই হক, প্ৰতিমাৰ লগত হোৱা অমূল্যৰ বিয়াত যে অমূল্যৰ আন্তৰিক সম্মতি নাছিল, তাক বিয়াৰ আগতেই বুজিব পৰা গৈছিল। শেষত সি ঘটি উঠিল যেতিয়া, আৰু জীৱনত প্ৰকৃত বিয়া সেইটোকেই বুলি, তেওঁ নিজকে নিজে সান্ত্বনা দিছিল। ক্ৰমে ক্ৰমে অমূল্যই বুজিলে, প্ৰতিমা তেওঁৰ অনুপযুক্ত নহয়।—প্ৰতিমাত ৰূপ আছে, গুণ আছে; দয়া আছে, দাক্ষিণ্য আছে; প্ৰীতি আছে, ভক্তি আছে। প্ৰতিমা স্বামী-ভক্তিৰো আদৰ্শ। অমূল্যৰ বিশ্বাস হল যে, ই বাস্তৱিকে বিধাতাৰ নিৰ্ব্বন্ধ। বিধিৰ কাৰ্য্যত হস্তক্ষেপ কৰাটো মঙ্গলৰ বিষয় নহয়; সেই ভাবি প্ৰতিমাতেই অমূল্যই অন্তৰ ঢালি দিছিল।

প্ৰতিমাৰ চিঠি পোৱাৰপৰা অমূল্যৰ মনত প্ৰায় সদায় এক উগুল-থুগুল ভাব খেলাবলৈ ধৰিলে। অনেক সময়ত তেওঁ ভাবনাত পৰে। প্ৰতিমাক নিজৰ লগলৈ নিয়াত তেওঁক অৱশ্যে কোনেও হাক-বাধা দিব নোৱাৰে। তথাপি তেওঁৰ ধাৰণা, প্ৰতিমা ঘৰত থকাৰপৰাও মাক-পিতাকৰ কিজানি সুবিধা হয়।

কিন্তু, ইপিনে প্ৰতিমাৰ দুৰ্গতিৰ কথা শুনি তেওঁৰ পুৰণি স্মৃতি মানস-পটত জাগে। তেওঁ ঘৰত থাকোঁতে হোৱা এনিসৰ এটি ঘটনা তেওঁৰ এদিন মনত পৰিল।—শাহুৱেকে আৰু শহুৰেকে কোনো এক বিষয়ত প্ৰতিমাক দোষী সাব্যস্ত কৰিছিল,—অৱশ্যে অনুমানৰ ওপৰত ভৰ দি। ঘটনাৰ সবিশেষ অমূল্যৰ অৱগত আছিল। গতিকে, প্ৰতিমাক তেওঁবিলাকে যি বিষয়ত দোষী পাতিছিল, সেই বিষয়ত প্ৰতিমা যে সম্পূৰ্ণ নিৰ্দ্দোষ তাক অমূল্যই নিৰ্ভুলে বুজিব পাৰিছিল। বৰং তাৰপৰা তেওঁবিলাকৰ বিচাৰ-মূঢ়তাৰ হে চিন পোৱা গৈছিল। সিবোৰ যিকি নহওক, অমূল্যই প্ৰথমতে প্ৰতিমাকে দোষী পাতি পিতাক-মাকৰ ওচৰত ঘটনাৰ অনুসন্ধান ললে। সেই সূত্ৰে প্ৰকৃত ঘটনা ওলাই পৰাত অমূল্যই তেওঁলোকক দেখুৱাই দিলে যে, প্ৰতিমাৰ আচলতে দোষ নাই। অমূল্যক তেওঁবিলাকে তিৰোতাৰ পক্ষ সমৰ্থন কৰা বুলি ভাবিব খুজিছিল যদিও, ঘটনাৰ মেৰ-পাকটো তেওঁ সুন্দৰৰূপে ভাঙি দিয়াত তেওঁবিলাকে নিজৰ ভুল তেতিয়া স্বীকাৰ কৰিলে।— এই স্মৃতিয়ে অমূল্যৰ অন্তৰত বিশ্বাস জন্মাই দিলে যে, প্ৰতিমাই তেনেকুৱা দাতি-দুৰ্গতিত পৰাটো সম্ভৱপৰ ; আৰু তেওঁৰ ধাৰণা, চিঠিত প্ৰতিমাই তেওঁলৈ যি লিখিছিল, সি মিছা নহয়। কাৰণ, তেওঁৰ বুজা আছিল যে, প্ৰতিমাই তেওঁক ফাঁকি দিয়া, নাইবা তেওঁৰ আগত মিছা কোৱা, পানীত শিল ওপঙাৰ নিচিনা অসম্ভৱ। এই দৰে গুণি-গাঁথি এবাৰ ঘৰলৈ আহি সকলো কথা বুজি এটা সুব্যৱস্থা কৰিবৰ নিমিত্তে তেওঁ তিনি মাহৰ ছুটি ললে।

অমূল্য ঘৰবুলি ৰওনা হল। তৃতীয় দিন আবেলি গুৱাহাটী পালেহি। সেই সময়ত ইষ্টাৰ্ণ বেঙ্গল ৰেল লাইন হোৱা নাছিল। গতিকে তাৰ পিচদিনাখন গৰু-গাড়ীয়েদি ঘৰলৈ যাব বুলি, সেই ৰাতি শহুৰেকৰ ঘৰতে থাকিল।

শহুৰৰ ঘৰত জোঁৱাই উপস্থিত।—উভয় পক্ষৰ মনত কি আনন্দ! আৰু বেচি আনন্দ শাহুৰেক সূক্ষযৰ! কাজেই, নীলকমল ভূঞাৰ ঘৰত আজি "জামাই ষষ্ঠী"। লাহে লাহে নীলকমলে প্ৰতিমাৰ খবৰ লবলৈ যোৱা, প্ৰতিমাৰ নৰিয়া হোৱাৰ কথা, সকলো অমূল্যৰ কাণত পৰিল। তেতিয়াই যেন কোনো-বাই তেওঁক কলে,—"প্ৰতিমাৰ হৃদয়-আকাশৰ ধ্ৰুবতাৰা অমূল্য, এই সুযোগতে চাই যা তোৰ প্ৰতিমাৰ অৱস্থা কি হৈছে।" অমূল্যই তেতিয়া সুস্থিৰে থাকিব পাৰিছিল নে?—তেওঁৰ গাটো সিৰিক কৰে উঠিল; আৰু কিবা এক অজ্ঞাত শক্তিয়ে তেওঁৰ অন্তৰক কোনো ফাললৈ টানিবলৈ ধৰা গম পালে। ই কিহৰ টান?– এই টান যিহৰ সি দৃষ্টিৰ বিষয় নহয়; সি অনুভৱৰ হে বিষয়। তাক চকুৰে নেদেখি, মাত্ৰ অন্তৰত হে অনুভৱ কৰা যায়;—সি অন্তৰৰ প্ৰতি অন্তৰৰ টান, নাইবা ই এক অন্তৰৰপৰা সি অন্তৰলৈ তাঁৰহীন বিজুলী-ডাক। এই ডাকে অমূল্যৰ অন্তৰ পালেহি। অমূল্যই তেতিয়া দুখন ডোকাৰ অভাৱ অনুভৱ কৰিবলৈ লাগিল। সিদুখন পোৱাহেঁতেন অমূল্যই তেতিয়াই উৰি গৈ প্ৰতিমাৰ আগতে পৰিলহেঁতেন।

ৰাতি শুই থাকিল। ভাবৰ বিকাৰতেই নে কি, অমূল্যই

এক সপোন দেখিলে। তেওঁ দেখিলে, যেন গধূলি সময়ত তেওঁ ফুৰিবলৈ ওলাই গৈছে। যাওঁতে যাওঁতে তেওঁ এখন ওখ ঠাই পালে গৈ। ঠাই খন ক্ৰমে ওপৰলৈ ওখ। সুন্দৰ গছ-গছনিবোৰ সেউজীয়া হৈ আছে, আৰু সিবোৰৰ মাজে মাজে নানা বৰণৰ ফুল জক-মককৈ ফুলি আছে। তেওঁ গৈ গৈ ঠাইখিনিৰ ওপৰ ভাগ পাওঁতেই দেখিলে, প্ৰতিমায়ো গৈ সেইখিনিত উপস্থিত! তেতিয়া দুয়োজনে লগ হৈ বং ধেমালিৰে ফুল আৰু জুপুৰা গছবোৰৰ মাজে মাজে ফুৰিবলৈ ধৰিলে।—উভয়ৰে মনত তেতিয়া কি সুখ!—কি আনন্দ! অমূল্যৰ ভাব হল, যেন এইখন বিধাতাই নিজ হাতে গঢ়া ফুলনি। ফুৰোঁতে ফুৰোঁতে এঠাইত পানীৰ ভুমুক এটা তেওঁলোকৰ চকুত পৰিল। ইয়াৰে তলৰপৰা পানী ওলাই এপিনলৈ বৈ গৈছে। এই নিজৰাটোক চাবৰ নিমিত্তে কিছু ভটীয়াই যাওঁতে আকৌ দেখিলে, এযোৰ কপৌ চৰাই তেওঁলোকৰ আগতে মাটিত পৰিল। সিহঁতৰ এটাই একেঠাইতে ঘূৰি ঘূৰি বুকিবলৈ আৰম্ভ কৰিলে, আৰু আনটোৱে তাৰ চাৰিওপিনে ঘূৰি ঘূৰি বুকিবলৈ লাগিল। দৃশ্যটো প্ৰতিমাৰ চকুত এনেকৈ লাগিছিল যে, তেওঁ কপৌ যোৰক ধৰি ঘৰলৈ নি পুহিবৰ মন কৰিলে। সেই মতলবে প্ৰতিমাই কপৌৰ কায চাপিব খোজোঁতে কপৌ হালিয়ে মাটিয়ে মাটিয়ে আগলৈ হে গৈ থাকিল। প্ৰতিমাই এইদৰে কপৌৰ পিচে পিচে যাওঁতে কোনপিনে গল, নেদেখা হৈ পৰিল। সেইপিনে ঠাইডোখৰো ক্ৰমে চাপৰ আছিল। অমূল্যাই কিছু সময় পিচে পিচে গৈ আছিল। কিন্তু, পিচত তেওঁ আৰু

উৰাদিহ হেৰুৱালে ;—গধূলি সময়ৰ কুঁৱলী আৰু সন্ধ্যাসময়ৰ অন্ধকাৰে একো নেদেখা কৰি পেলালে। অমূল্যাই এতিয়া প্ৰতিমাক এৰি যায় কোন সতে ?—তেওঁ ভাবনাত পৰিল। হঠাৎ জোনৰ পোহৰে অন্ধকাৰ দূৰ কৰিলে। এই সুচলতে প্ৰতিমাক কৰবাত দেখে নে কি, চাবৰ নিমিত্তে অমূল্যাই এবাৰ চকু ঘূৰালে। ইতিমধ্যে হঠাৎ পিচ পিনৰপৰা তেওঁক কোনোবাই মতা যেন তেওঁৰ কাণত পৰিল। ঘূৰি চোৱাত দেখিলে, ঠাইখিনিৰ ওখ ভাগৰপৰা এক জ্যোতির্ম্ময়ী স্ত্ৰীমূৰ্ত্তিয়ে তেওঁৰ পিনে চাই তেওঁকে বাটচাই আছে ; আৰু মাতিব লাগিছে,—"আহাঁ. মই ইয়াত তোমাকে অপেক্ষা কৰি আছোঁ। তোমাক বিচাৰি বিচাৰিয়েই মই এইখিনি পালেঁাহি। অমূল্যাই নিভুৰ্লকৈ চিনি পালে, সেই স্ত্ৰীমূৰ্ত্তি তেওঁৰ হেৰোৱা প্ৰতিমা। প্ৰতিমাৰ ওচৰলৈ যাবলৈ ধৰোঁতে তেওঁৰ সপোন ভাগিল। সাৰ পাই দেখিলে ৰাতিও ইপিনে পুৱাইছে। অমূল্য উঠিল।—সপোনৰ কথা হে এতিয়া তেওঁৰ মনত পৰিবলৈ ধৰিলে। গাটোৰ লগত তাৰ ছাঁটোৰ নিচিনাকৈ টোপনিৰ লগত সপোন থাকে, সি অস্বাভাৱিক নহয়। সেই দেখি, সপোনৰ ফল কি হব পাৰে, নাইবা তাক দেখাৰে কাৰণ কি, সিবোৰ অমূল্যাই ভবা নাছিল। অমূল্যাই এতিয়া ভাবিছে, অকল প্ৰতিমাৰ সঙ্গ।— সপোনত প্ৰতিমাৰ লগত কেনেকৈ প্ৰফুল্ল অন্তৰেৰে বন-বিহাৰ কৰিলে ; আৰু বিশেষকৈ সপোনত শুনা প্ৰতিমাৰ শেষ কথা-মাৰৰ বিষয়ে। অমূল্যাই সপোনটো দেখি বাস্তৱিকে সুখ অনুভৱ কৰিলে।

ৰাতিপুৱা নৈ পাৰ হৈ অমূল্যই উত্তৰ গুৱাহাটীৰপৰা গৰু-গাড়ীৰে ঘৰ-মুৱা হল। গাড়ীয়ে "নৰ্থ ট্ৰাঙ্ক ৰোড" অনুসৰণ কৰি যাবলৈ ধৰিলে। অমূল্যৰ মন আজি ঘৰ-মুৱা। হঠাৎ তেওঁৰ মনত কলিকাতাৰ তাহানিখনৰ এক দৃশ্য জাগি উঠিল। স্মৃতিৰ মাজেদি তেওঁৰ কাণত পৰিল—

"বহুদিন পরে হইব আবার আপন কুটীর বাসী,
দেখিব বিরহ বিধুর অধরে মিলন মধুর হাসি;"

——গীতৰ তান।

অমূল্যয়ো মনতে সেই তানৰ লগতে তান মিলালে—

"শুনিব বিরহ নীরব কণ্ঠে মধুর মুখের বাণী,—
আমার কুটীর রাণী সে যে গো, আমার হৃদয় রাণী।"

—অমূল্যই নিজে ঘৰ নৌ পাওঁতেই তেওঁৰ মনে গৈ ঘৰত ওলাল। তেতিয়া তেওঁৰ মনত খেলাবলৈ ধৰিলে প্ৰতিমাৰ শুশ্ৰূষা। তাতে আকৌ তেওঁৰ মনত পৰিল, আগ ৰাতিৰ সপোন। তেতিয়া তেওঁৰ মনত আনন্দ যে, বহু দিনৰ মূৰত প্ৰিয়তমাৰ মৌ বৰষা আলাপত আকণ্ঠ সুখ উপভোগ কৰিব—প্ৰিয়তমাৰ মুখমণ্ডল দেখি চকুৰ তৃপ্তি লাভ কৰিব। ক্ৰমে ক্ৰমে তেওঁৰ মনত পৰিল আকৌ আন এদিনৰ কথা,—প্ৰতিমাক "মনোমতী" পঢ়িব দি তেওঁ কাণ পাতি শুনি থকাৰ কথা; আৰু মাজে মাজে ঘটনাবোৰৰ সমালোচনা কৰাৰ কথা। তেওঁ যে তেতিয়া গাড়ীৰ ওপৰত, সেই কথা অমূল্যই সমূলি পাহৰি গৈছে।

হায়! সংসাৰী জীৱ! তুমি যিহকে ভাবি আত্মহাৰা হৈছা,

তাৰ অৱস্থা আজি কি হৈছে তুমি তো নাজানা! পাৰ্থিব সুখ-সম্ভোগৰ আশাত, প্ৰবাসৰ দুখ-কষ্টত জুৰুলা হৈ, যি সংসাৰত সোমাবলৈ আহিছা, সেই সংসাৰৰ অৱস্থা আজি কি হৈছে তাৰ তো তুমি গম পোৱা নাই! হে অন্তৰ্য্যামী, পাৰ্থিব মানুহক সৰ্ব্বজ্ঞ কৰি দিয়াত যি লাভালাভ, উপকাৰ-অপকাৰ আৰু সুখ-দুখ আছে তাক তুমিয়ে হে জানা।

যাওঁতে যাওঁতে আবেলি চাৰিটা বজাত গাড়ীখন গৈ অমূল্যৰ চ'ৰা-ঘৰৰ আগত ৰল। অমূল্যই নঙলামুখত দেখিবলৈ পালে, জুই ধৰাৰ চিন—কিছুমান ছাই আৰু তাৰ মাজত এডোখৰ শিল। হঠাৎ অমূল্যৰ হৃদয়-তন্ত্ৰীৰ তাড় এডাল যেন বিষাদ সুৰত কঁপি উঠিল। সৰ্প-দংশনত বিষে বিয়পি পৰাদি এই বিষাদ সুৰেই অমূল্যৰ মুখ পৰ্যন্ত ক'লা কৰি তুলিলে। গাড়ীৰপৰা নামি অমূল্যই ভিতৰলৈ গল। কিন্তু, ক'ত! তেওঁৰ কল্পনা-ৰাজ্যৰ সুখৰ ছবি এতিয়া ক'ত! তেওঁ যি পিনেই চালে—যি বস্তুতেই চকু দিলে—সকলোৱেই সেই এক সুৰত বাজি উঠিল। সকলো ফালৰপৰা তেওঁৰ কাণত পৰিবলৈ লাগিল,—"প্ৰতিমা নাই।" —"তোমাৰ প্ৰাণৰ প্ৰতিমাৰ বিসৰ্জ্জন হল।"—তোমাৰ অন্তৰৰ লক্ষ্য প্ৰতিমা-তাৰা অস্ত গল।"

এনেকুৱা অৱস্থাত অমূল্যই কি কৰিলে?—তেওঁৰ মুখেৰে মাত নোলাল।—তেওঁ বিচুৰ্তি হৈ পৰিল। নীল আকাশৰপৰা যেন তেওঁৰ ওপৰত বজ্ৰ পৰিল। তেওঁৰ এনেকুৱা প্ৰিয়-বিৰহ-শোকে তেওঁৰ অন্তৰক ইমান কাতৰ কৰি তুলিলে যে, তেওঁ আৰু

কোনোমতে থিৰে থাকিব নোৱাৰা হল।—চ'ৰা-ঘৰৰ ছালপীৰা এখনৰ ওপৰত গুৰি-কটা গছৰ নিচিনাকৈ পৰি গল। তেওঁৰ পিতাক-মাকে আহি নানা সান্ত্বনাসূচক কথা কৈ মাতিলে;— তেওঁ মাত দিব নোৱাৰিলে। ভনীয়েক সুশীলাই আহি জলপান কৰিবলৈ মাতিলে;—তেওঁৰ তেতিয়াও মাত নাই। এবেকোবাৰ অমূল্যাই অনুভৱ কৰে, যেন তেওঁৰ সংজ্ঞা লোপ হয়; একোবাৰ তেওঁৰ অনুমান হয়, যেন তেওঁৰ কলিজাৰ ওপৰত কিবা গধুৰ বস্তুৰ হেঁচা পৰিছে; আৰু একোবাৰ তেওঁৰ বিবেচনা হয়, যেন কিবা বাষ্পৰ খুন্দাত তেওঁৰ অন্তৰ ফাটি যায়।—এই অৱস্থাতেই অমূল্য পৰি থাকিল। ৰাতিও তেওঁৰ আহাৰ আৰু টোপনি নাই।

পাচ দিনাখন অমূল্যাই পিতাক-মাকৰ লগত কথা পাতিবৰ চেষ্টা কৰিলে। কথাৰ ভিতৰেদি অমূল্যাই প্ৰতিমাৰ নৰিয়া আৰু মৃত্যু সম্বন্ধীয় সকলো কথা বুজি ললে। আমি লগ পোৱা বুঢ়ী-জনীৰপৰাই অমূল্যাই সকলো মূল কথা জানিব পাৰিছিল। সেই-দিনা যদিও অমূল্যাই খাবলৈ বহিল, ভাত হলে ভিতৰলৈ নগল! —তেওঁৰ অন্তৰৰ গভীৰ সমস্যাযুক্ত ভাবে ভোক-পিয়াহ নাইকিয়া কৰি পেলাইছিল।

বেলি দহটামান বজাত অমূল্যাই গুৱাহাটীলৈ যাওঁ বুলি ওলাল। তেওঁ কলে যে, কোনো জৰুৰী কামত গুৱাহাটীত কেইদিনমান থাকিব লগাত পৰিছিল; মাত্ৰ ঘৈণীয়েকৰ নৰিয়াৰ কথা শুনিহে তেওঁ ঘৰলৈ আহিছিল। তদুপৰি, বাহিৰৰ সমাজত

থাকিলে তেওঁ মনৰ শোক-কষ্ট পাহৰিব পাৰিব।—এনেকুৱা যুক্তিপূৰ্ণ কাৰণৰ বিৰুদ্ধে প্ৰতিবাদ কৰি তেওঁক ঘৰত ৰাখিবলৈ কোনেও হেঁচ নকৰিলে। অমূল্য গুৱাহাটী বুলি ৰওনা হল। কিন্তু, তেওঁ ঘৰ বুলি তো আৰু নিফিৰিল! উত্তৰ লক্ষীমপুৰলৈ গৈ তেওঁৰ চাকৰিতো পুনৰ হাজিৰ নহল। ইপিনে অমূল্য গুৱাহাটীতো নাই! মুঠতে, অমূল্য কলৈ গল কোনেও কব নোৱাৰে। ক'তো তেওঁৰ সুং-সূত্ৰ নোলাল;—তেওঁক আৰু বিচাৰি পোৱা নগল।—সংসাৰহাটত অমূল্য-নিধি হেৰাল।

———

# ত্ৰয়োদশ পৰিচ্ছেদ

"সপোনত যদিচাতো লুকালা সমূলি,
তথাপি সি পট আঁকো চিত্ত-পটে তুলি।"

—সূৰ্য্যকুমাৰ ভূঞা

আগৰ ঘটনাৰ দহ-বাৰ বছৰ পিচত এদিন বৰ পুখুৰীৰ পাৰত এক সন্ন্যাসী দেখা গল। সন্ন্যাসীৰ চুলিবোৰ জেঁাট বান্ধিছে; ডাঢ়িৰ অৱস্থাও প্ৰায় তেনেকুৱা, আৰু সিবোৰৰ বৰণ মুগা হৈ পৰিছে। বাহুত ৰুদ্ৰাক্ষৰ মালা; হাতত এটা কমণ্ডলু আৰু এডাল আঙুঠি লগোৱা চিম্‌টা। পৰিধানত কৌপীন মাত্ৰ। এক কান্ধত ওলমিছে মেৰাই থোৱা বাঘ-চালখন, আৰু সি কান্ধত নিজৰ প্ৰয়োজনীয় বস্তু-বেহানিৰ এখন সৰু জোলোঙা। সন্ন্যাসীয়ে আৰু আন কোনো ঠাইলৈ নগৈ এই পুখুৰীৰ পাৰতে থাকিবৰ দিহা কৰিলে। ওচৰৰপৰা ডাল-কাঠ সংগ্ৰহ কৰি এটা 'ধুনি' সাজিলে; আৰু ইয়াৰ কাষত বহি—শুই—ধ্যান কৰি—স্তোত্ৰ পাঠ কৰি—দিন ৰাতি কটাবলৈ ধৰিলে।

আলিয়েদি যোৱা মানুহবোৰে কেতিয়াবা কেতিয়াবা কিছু সময় তাতে বৈ সন্ন্যাসীৰ কাৰ্য্য-কলাপ লক্ষ্য কৰে। হওঁতে হওঁতে মানুহ দুই-চাৰিজনে সন্ন্যাসীৰ কাষত গৈ বহি ভাঙৰ চিলিমকো আশা কৰি থাকিবলৈ ধৰা হল। এইদৰে মানুহ-বিলাকে বুজি উঠিল যে, সন্ন্যাসী এজন চিকিৎসকো;—তেওঁ

দৰব-পাতি বহুতো জানে। গাঁৱৰ অনেক মানুহে তেওঁৰপৰা দৰব-পাতি নি গুণ পাবলৈ ধৰিলে। সন্যাসীয়ে মঙ্গল চাবলৈও জানিছিল। তেওঁ মঙ্গল চাই কোৱা কথাৰ বহুতেও প্ৰমাণ পালে। শেষত সন্যাসীৰ গুণ দেখি তেওঁৰ প্ৰতি সকলোৰে শ্ৰদ্ধা আৰু ভক্তি বাঢ়িবলৈ ধৰিলে। গাঁৱৰ, আনকি দূৰৈৰ মানুহ-বিলাকেও তেওঁৰ ওচৰলৈ অহা-যোৱা কৰিবলৈ লাগিল।

সন্যাসী তাত থকাৰ কিছু দিনৰ পিচত গাঁৱত জহনি বেমাৰ হৈ মানুহ মৰিবলৈ লাগিল। লাহে লাহে বেমাৰে ভীষণৰূপে গাঁৱক ছাটি ধৰিলে। এনেকুৱা বিপদৰ সময়ত গাঁৱৰ মানুহবোৰে সন্যাসীৰপৰা বহুত সহায়তা পাইছিল। সন্যাসীয়ে সিবোৰক দৰব দিয়াত বাহিৰেও কিবা তান্ত্ৰিক কল-কৌশলেৰে জহনিক গাঁৱৰপৰা উলিয়াই দিলে। মানুহবোৰৰ ধাৰণা হল যেন, সকলোৱে নতুন জীৱন পাই উঠিল। এতিয়া সিবিলাকে সন্যাসীক আগতকৈও বেচি ভাল পাবলৈ ধৰিলে;—আগতকৈ সিবিলাকে এতিয়া তেওঁৰ বেচি বাধ্য হল। গাঁৱলীয়া মানুহৰ ভাব হল যে, তেওঁ তাত যিমান দিন থাকে সিমান দিন তেওঁ সিবিলাকক এই-দৰে বিপদে-আপদে সহায় কৰিব। শেষত তেওঁক ৰদ-বৰষুণৰ-পৰা মুক্ত কৰিবৰ অভিপ্ৰায়ে মানুহবিলাকে তেওঁক এটি ঘৰ সাজি দিবলৈ প্ৰস্তাৱ কৰিবৰ মত কৰিলে।

এদিন গাঁৱৰ কেবাজনো মুখিয়াল মানুহ সন্যাসীৰ ওচৰত গৈ উপস্থিত হল। কথাৰ ছলতে, তেওঁ সিবিলাকৰ আগত এটা ঘৰৰ 'ফৰ্ম্মাচ' দিলে। এই কথা মানুহবিলাকৰ মাজত আগেয়ে

আলোচনা হোৱাত, তেওঁ আশাৰপৰা বিমুখ হব লগাত নপৰিল। —তেওঁৰ প্ৰস্তাৱত সিবিলাকে মান্তি দিলে। মানুহবিলাকে গাৱঁৰপৰা টকা তুলি মৌজাদাৰৰ সহায়ত সন্ন্যাসীক এটা ঘৰ সাজি দিবৰ বন্দবস্ত কৰিলে।

বৰপুখুৰীৰপৰা চৰকাৰী আলিয়েদি পশ্চিমফালে কিছু বাট গলে এটা সৰু জান পোৱা যায়। ইয়াৰ পাৰত আলিৰপৰা উত্তৰে অলপ দূৰতে এডাল জৰি গছ আছিল। ঘৰটোৰ নিমিত্তে সন্ন্যাসীয়ে এইখিনি ঠাইকে মনোনীত কৰিলে।—ঠাইখিনি গাৱঁৰপৰা নিলগত আৰু আওহতীয়া—প্ৰায় শ্মশানৰ নিচিনা; ই সন্ন্যাসী-বাবাজীৰে হে বাসৰ উপযোগী। ইয়াতেই মৌজাদাৰে মিস্ত্ৰীৰদ্বাৰা এটা সৰু টিন-কাঠৰ ঘৰ সজাই দিলে; আৰু সন্ন্যাসীৰ কথামতে, তেওঁৰ সাধনাৰ নিমিত্তে লাগে বুলি, ঘৰটোৰ ভিতৰতে এটা পকীস্তম্ভও সজোৱা হল। ঘৰটো এনেভাৱে সজা হৈছিল যে, চৰকাৰী আলিৰপৰাই ভিতৰৰ স্তম্ভটো চকুত পৰে।

ঘৰৰ কাম শেষ হল; কিন্তু স্তম্ভৰ কাম কিছু বাকী থাকিল। স্তম্ভটোৰ আলিৰ মুখকৈ থকা ফালে গাত এক বৰ্গফুটমান ঠাই ইটাৰে পূৰ নকৰাকৈ এক ইঞ্চিমান দকৈ ৰখা হৈছিল। সন্ন্যাসীয়ে এতিয়া এই ঘৰতে থাকিবলৈ ধৰিলে। এই ঘৰ বন্ধা ঠাইতেই দহ-বাৰ বছৰ আগেয়ে প্ৰতিমাৰ শৱ কাষ্ঠ-সংস্কাৰ কৰা হৈছিল।

গাৱঁত ঘানাক-ঘুনুককৈ কোৱা-মেলা হবলৈ ধৰিলে যে, ভালকৈ লক্ষ্য কৰিলে সন্ন্যাসীৰ চেহেৰাৰ মাজেদি অমূল্যৰ চেহেৰা অনুমান কৰিব পাৰি। এইবোৰ কথা হলধৰ চৌধাৰীৰ কাণত

পৰাত তেওঁ এদিন সন্যাসীৰ ওচৰলৈ গল। তেৰোঁ লক্ষ্য কৰিলে যে, মুখ আৰু গাৰ গঠন দেখি সন্যাসীক অমূল্যৰ ৰূপান্তৰ বুলি কব পাৰি। নিৰুদ্দেশ অমূল্যৰ বিষয়ে তেওঁ সন্যাসীক মঙ্গল চাবলৈ কলে। 'অমূল্য' নামটো শুনিয়েই যেন সন্যাসীৰ মুখৰ চেহেৰা অন্যৰূপ হল। সি যি হক, সন্যাসীয়ে কিছু সময় ধ্যান কৰি থাকি শেষত কলে যে, অমূল্য এতিয়া সংসাৰত নাই; তেওঁক আৰু তেওঁবিলাকে নাপায়। শেষত কিছু আন কথা-বতৰা পাতি হলধৰ তাৰপৰা বিদায় হল। সন্যাসীয়ে মন কৰিছিল, যেন একান্ত ইচ্ছা নথকাত হে হলধৰে তেওঁৰপৰা বিদায় ললে।

হলধৰ চৌধাৰীয়ে সকলো কথা গৈ ঘৈণীয়েকক কলে। সন্যাসীক দেখিবৰ নিমিত্তে ঘৈণীয়েকৰো একান্ত ইচ্ছা হৈ পৰিল। পাচ দিনাখন হলধৰে আকৌ সন্যাসীৰ ওচৰলৈ গল; আৰু তেওঁলোকৰ ঘৰলৈ এবাৰ আহিবলৈ তেওঁক অনুৰোধ কৰিলে। কি ভাবি কব নোৱাৰোঁ. সন্যাসীয়ে কোনো বিশেষ আপত্তি নকৰিলে,—হলধৰৰ ঘৰলৈ গল।

হলধৰৰ চ'ৰা-ঘৰৰ চোতালত সন্যাসীয়ে বাঘ-চালখন পাৰি বহিল। হলধৰেও ওচৰতে বহিল; আৰু ঘৈণীয়েক শীতলাই চ'ৰা-ঘৰৰ ভিতৰত বেৰৰ আঁৰৰপৰা চাই থাকিল। হলধৰৰ ঘৰত সন্যাসী দেখি গাওঁৰ মানুহো দুই এজন গোট খাবলৈ ধৰিলে। হলধৰে তেতিয়া সন্যাসীৰ আগত আগদিনৰ কথাৰ সম্বন্ধত বোৱাৰীয়েক প্ৰতিমাৰ পৰলোক-প্ৰাপ্তি, পুতেক অমূল্যৰ নিৰুদ্দেশ আৰু তেওঁলোকৰ বৰ্তমান অৱস্থাৰ বিষয় ভাঙি-পাতি

কলে। অমূল্য-প্ৰতিমাৰ নাম শুনি যেন সন্যাসীয়ে কিছু যন্ত্ৰণা বোধ কৰিবলৈ ধৰিলে। তেওঁ যেন উঠি যাবলৈ ব্যস্ত হল। সম শেহত গম্ভীৰ সুৰত তেওঁ মাত লগালে,—"তোমালোক সংসাৰী জীৱ। অলপতে তোমালোকৰ ভ্ৰম ঘটে। সেই ভ্ৰমেই তোমালোকক দোষৰ পিনে টানি নিয়ে;—দোষৰ অৱশ্যে দণ্ড আছে। অমূল্যৰ অন্তঃকৰণ পৱিত্ৰ; আৰু প্ৰতিমা নিৰ্দ্দোষ। স্বাভাৱিক ভ্ৰমত পৰি তোমালোকে সেই দুই প্ৰাণীক ভুলকৈ বুজিছিলা;—তোমালোকৰ বৰ্ত্তমান অৱস্থাই তাৰ ফল। অমূল্যই সংসাৰৰ মায়া ছেদ কৰি পৱিত্ৰ শান্তি লভিছে; আৰু স্বামীগত-প্ৰাণা প্ৰতিমায়ো স্বামীৰ আৰ্জ্জিত শান্তিৰ অংশ পাইছে। সেই শান্তিৰ অন্বেষণত ওলোৱাঁ। তেনেহলে তোমালোকেও আৰু এনেকুৱা অৱস্থাত থাকি কষ্ট পাব নালাগিব।" কথা শেষ হোৱাত সন্যাসীয়ে তাৰপৰা উঠি আকৌ তেওঁৰ আশ্ৰমলৈ আহিল।

হলধৰ আৰু শীতলাৰ তেতিয়া বিশ্বাস হল যে, এই সন্যাসীয়েই অমূল্য। তেওঁলোকৰ ভুলবোৰ তেতিয়া হে তেওঁ-লোকৰ মনত জল-জল পট-পটকৈ পৰিবলৈ ধৰিলে। তেওঁ-লোকৰ অন্তৰত তেতিয়া অনুতাপৰ প্ৰচণ্ড বহ্নি জ্বলিল। তেওঁলোকৰ মন তেতিয়া এনেকুৱা হৈ পৰিল, যেন সন্যাসীৰ সঙ্গত থাকিলেই তেওঁলোকে সুখ পায়।

পাচদিনা ৰাতি-পুৱা হলধৰে আকৌ সন্যাসীৰ ওচৰলৈ গল। কিন্তু, দেখিলে, সন্যাসী সিদিনা আশ্ৰমত নাই। আন কি, তেওঁৰ ব্যৱহাৰ্য্য বস্তু-বেহানিৰ সুং সূত্ৰও হলধৰৰ চকুত নপৰিল। তেওঁ

বুজিলে যে, সন্ন্যাসীয়ে সেই ঠাই আৰু চিৰকাললৈ এৰিলে। কিন্তু, নতুনৰ ভিতৰত, তেওঁ দেখিবলৈ পালে, সেই স্তম্ভৰ গাত থকা খালটোত বগা মাৰ্বল পাথৰৰ ফলি এখন। তাৰ ওপৰত ডাঙৰ ডাঙৰ ক'লা আখৰেৰে লিখা আছে—

"অমূল্য-প্ৰতিমা"

—:০:—

**সমাপ্ত**

## —চপলাৰ বাছকবনিয়া উপন্যাসৰাজি—

| | |
|---|---|
| আজিৰ মানুহ—হিতেশ ডেকা | ৩৲ |
| আনন্দ মঠ—বঙ্কিমচন্দ্র চট্টোপাধ্যায় | ২৸৹ |
| আজিৰ সমাজ—তিলক দাস | ১৸৹ |
| কৃষ্ণকান্তৰ উইল—বঙ্কিমচন্দ্র চট্টোপাধ্যায় | ২৷৹ |
| কামিনী কাঞ্চন—সৌমাৰ | ১৸৹ |
| চন্দ্রনাথ—শৰৎচন্দ্র চট্টোপাধ্যায় | ২৲ |
| জীৱনৰ গতি—তিলক দাস | ২৷৹ |
| জীৱনৰ বাটত—বীণা বৰুৱা | ৫৲ |
| দেৱদাস—শৰৎচন্দ্র চট্টোপাধ্যায় | ২৷৹ |
| দুজন বেকাৰ—তিলক দাস | ১৲ |
| দেৱী চৌধুৰাণী—বঙ্কিমচন্দ্র চট্টোপাধ্যায় | ৩৲ |
| ধুমুহাৰ পাছত—কীৰ্ত্তিনাথ শৰ্ম্মা | ৸৹ |
| পথ নিৰ্দ্দেশ—শৰৎচন্দ্র চট্টোপাধ্যায় | ১৷৹ |
| প্ৰতিমাৰ পালা জানো প্ৰাণ—প্ৰমোদ বৰদলৈ | ৸৹ |
| পৰিণীতা—শৰৎচন্দ্র চট্টোপাধ্যায় | ১৸৹ |
| বিদায়ৰ আকৰ্ষণ—সৰ্ব্বানন্দ পাঠক | ১৸৹ |
| বিৰাজ বৌ—শৰৎচন্দ্র চট্টোপাধ্যায় | ২৷৹ |
| বিদ্ৰোহী—দৈৱচন্দ্র তালুকদাৰ | ২৷৹ |
| মনোমতী—ৰজনীকান্ত বৰদলৈ | ৪৷৹ |
| ৰাজৰ্ষি—ৰবীন্দ্রনাথ ঠাকুৰ | ২৷৹ |
| সপোন যেতিয়া ভাঙে—অৰুণ দাস | ২৷৹ |
| সংসাৰ চিত্ৰ—চিন্তাহৰণ পাঠগিৰি | ১৸৹ |

চপলা বুক ষ্টল—শ্বিলং